





# চাহ বাগিচাৰ বনুৱা





নকুল চন্দ্ৰ ভূঞা।

# চাহ-বাগিচাৰ বনুৱা।



শ্ৰীনকুল চন্দ্ৰ ভুঞা।




অসম সাহিত্য সভা
চন্দ্ৰকান্ত সন্দিকৈ ভৱন
যোৰহাট।

(মূল্য ১ টকা ২৫ নয়া পয়ছা)

# পাতনি

অসমৰ চাহ শিল্পত নিয়োজিত বনুৱাই অসমৰ আৰ্থিক উন্নতিত বিশেষ বৰঙনি যোগাইছে; কিন্তু এই বনুৱাসকলৰ সাংস্কৃতিক আৰু সামাজিক জীৱনৰ সৈতে আমাৰ সিমান পৰিচয় নাই। গতিকে অসম সাহিত্য সভাই চাহ ৰাগিচাৰ বনুৱাসকলৰ বিষয়ে চমু চিনাকী থকা শ্ৰীযুত নকুল চন্দ্ৰ ভূঞাদেৱে লিখা চাহ ৰাগিচাৰ বনুৱা নামৰ পুথিখন ৰাইজলৈ আগবঢ়াইছে। শ্ৰীযুত ভূঞাদেৱে যে চাহ বাগিচাৰ বনুৱাসকলক ভালকৈ জানে তাক পুথিখন পঢ়িলেই বুজিব পাৰিব। শ্ৰীযুত ভূঞাদেৱে অসম সাহিত্য সভাক পুথিখন প্ৰকাশৰ ভাৰ দিয়াৰ কাৰণে আমি তেখেতৰ শলাগ লৈছোঁ।

সামৰণিত শ্ৰীযুত উমেশ গোস্বামীয়ে বেটুপাতৰ ছবি আঁকি দিয়াৰ বাবে আৰু কিতাপৰ ভিতৰৰ ছবি কেইখন দি সহায় কৰাৰ কাৰণে ভাৰতীয় ৰাষ্ট্ৰীয় মজদুৰ কংগ্ৰেছৰ দশম বাৰ্ষিক অধিবেশনৰ স্মৃতি-গ্ৰন্থৰ সম্পাদক দ্বয়ক ধন্যবাদ জনাইছোঁ।

চন্দ্ৰকান্ত সন্দিকৈ ভৱন,<br>যোৰহাট<br>১।১০।৬০

শ্ৰীযতীন্দ্ৰনাথ গোস্বামী।<br>প্ৰধান সম্পাদক,<br>অসম সাহিত্য সভা।




অসমীয়া সংস্কৃতিক 'আমাৰ' বুলি লোৱা এটি মজদুৰ ল'ৰা
সত্ৰীয়া ধৰণে খোল বজোৱা এটি দৃশ্য।

# নিবেদন।

দেৰ কুৰি বছৰ, চাহ বাগিচাৰ বনুৱাসকলৰ লগত, একে পৰিয়ালৰ দৰে, থাকিবলৈ সুযোগ পাইছিলো। এই সুযোগতে, তেওঁবিলাকৰ বেলেগ বেলেগ জাতৰ মানুহ বিলাকৰ দয়-দস্তুৰৰ আভাষ ঘনিষ্ঠভাৱে জানিব পাৰিছিলো।

"ইণ্ডিয়ান টি এচোচিয়েছন"ৰ এটা বিভাগ—"টি ডিষ্ট্ৰিক্ট লেব'ৰ এচোচিয়েছন" বুলি কলিকতাত আছে। এই বিভাগটোৱে, বিহাৰ, বঙ্গ, উৰিষ্যা, মাদ্ৰাজ, মধ্য-প্ৰদেশ আদি ঠাইত, "অফিছ" বহুৱাই, সেই সেই ঠাইৰ বনুৱা চাহ বাগিচাবিলাকলৈ তেতিয়া বছৰি বছৰি পঠিয়াইছিল।

চাহ-বাগিছাত কাম কৰা "মেনেজাৰ" সকলে, সেই বনুৱা সকলৰ ইতিহাস জানি, তেওঁবিলাকক ভালকৈ চলাবলৈ এই বিভাগটোৱে প্ৰত্যেক ঠাইৰ প্ৰত্যেক জাতৰ দয় দস্তুৰ আদিৰ ইতিহাস লিখি, কিছুমান সৰু সৰু কিতাপ প্ৰকাশ কৰি, চাহ বাগিচা বিলাকলৈ পঠিয়াইছিল।

লিখকেও সুদীৰ্ঘ কাল বাগিছাত চাকৰি কৰোতে ওপৰত উল্লেখ কৰা বনুৱাবিলাকৰ ইতিহাস পঢ়িব লগীয়া হৈছিল।

সেই ইতিহাস বিলাকৰ পৰা যি জানিছিলো, আৰু বনুৱাসকলৰ লগত একেলগে থাকি, যি অভিজ্ঞতা লাভ কৰিছিলো, তাকেই এই সৰু পুথিখনত চমুকৈ যুগুত কৰিছো।

অৱশ্যে, ইয়াতে ক'ব লাগিব, বনুৱাবিলাকৰ, নিজ নিজ দেশৰ দয়-দস্তুৰ বিলাক এতিয়া চাহ বাগিছা বিলাকত নিকপ্-কপিয়া হৈ থকা নাই।

ভাৰতৰ সকলো প্ৰদেশৰ সকলো জাতৰ মানুহ একে ঠাই হোৱাত আৰু অসমৰ দয়-দস্তুৰৰ লগত সংমিশ্ৰণ হোৱাত, তেওঁবিলাকৰ পুৰণি দয়-দস্তুৰ এতিয়া বহুতো এৰা-ধৰা হৈছে।

১৯৫৭ চনত, "অসম সাহিত্য সভাৰ কাৰ্য্য নিৰ্ব্বাহক সভাই" লিখকক নিৰ্দ্দেশ দিছিল, চাহ বাগিছাৰ বনুৱা বিলাকৰ বিষয়ে লিখিবলৈ।

তেতিয়া, চাহ বাগিছাৰ বনুৱাৰ বিষয়ে কেইটামান প্ৰবন্ধ লিখি—১৯৫৯ চনৰ (জুন-জুলাই) আহাৰ-শাওনৰ "অসম বাণী" কাকতত আৰু ১৯৫৯ চনৰ (চেপ্তেম্বৰৰ পৰা ১৯৬০ চনৰ জানুৱাৰীলৈকে) ভাদ মাহৰ পৰা মাঘ মাহলৈকে, "জনম ভূমি" কাকতত প্ৰকাশ কৰিছিলো।

সেই প্ৰবন্ধ বিলাককে, এতিয়া গোটাই মাজে মাজে অলপ লৰ-চৰ আৰু এৰা-ধৰা কৰি কিতাপৰ আকাৰত দিয়া হ'ল।

আমাৰ গাওঁ, বাগিছা আদিৰ ৰাইজে কিতাপখন পঢ়ি উপকৃত হ'লে, লিখকৰ পৰিশ্ৰম সাৰ্থক হ'ল বুলি ভাবিব পাৰিম।

যোৰহাট
১৮ শাওন, ১৮৮২
ই: ৩।৮।৬০

শ্ৰীনকুল চন্দ্ৰ ভূঞা।

---

# চাহ বাগিচাৰ বনুৱাৰ আদি ঠাই।

আমাৰ দেশ খন স্বাধীন হৈ থাকোতে, আন আন প্ৰদেশৰ পৰা অসমলৈ অহা মানুহক, অসমীয়াই "বঙাল বা বঙালী" বুলিছিল। যেনেকৈ বাহিৰৰ পৰা ভাৰতলৈ অহা মানুহক—(তেওঁবিলাক, ফ্ৰান্স, ইংলণ্ড, বা আমেৰিকাৰেই হওক) ভাৰতীয়ই "বিলাতী" বোলে। অৰ্থাৎ অনা-অসমীয়া বা অনা-ভাৰতীয়।

এই বাবেই, তাহানি অসমীয়াই, বাহিৰৰ পৰা চাহ বাগিচালৈ অহা সকলো বনুৱাকে "বঙালী" অৰ্থাৎ "অনা অসমীয়া" বুলিছিল।

এই "বঙালী" শব্দটো ব্যৱহাৰ কৰোতে, কেতিয়াবা কেতিয়াবা উৰিয়া দেশৰ, বিহাৰ দেশৰ, মধ্য প্ৰদেশৰ বনুৱাই আপত্তি কৰি কৈছিল,—তেওঁবিলাক বঙ্গদেশৰ মেদিনীপুৰৰ মানুহ নহয় বুলি; অৰ্থাৎ বঙ্গদেশৰ মেদিনীপুৰ জিলাৰ "বাউৰি" আদি দুই এটা জাতৰ মানুহৰ বাহিৰে, বাকী আটাইবিলাক জাতৰ বনুৱা, ভাৰতৰ বেলেগ বেলেগ প্ৰদেশৰ বা ঠাইৰ পৰা অহা। যেনে, মাদ্ৰাজ, গঞ্জাম, ভিজিগাপট্টম, পিঠাপুৰম, উৰিষ্যা, কটক, পুৰি, বালাচৰ, আঙ্গুল, ৰাচি, পালামু, সিংভুম, হাজাৰিবাগ, মালভুম, বিহাৰ, সম্বলপুৰ, বিলাসপুৰ, ৰায়পুৰ, জব্বলপুৰ, চাওতাল-পৰ্গনা, ভাগলপুৰ, মংঘিৰ, চাম্পাৰাণ, মুজাফাৰপুৰ, পাটনা, গাজীপুৰ, গোৰখপুৰ, বস্তি, বামৃৰা, চিৰগুজা, ৰেৱা ইত্যাদি ইত্যাদি।

এওঁবিলাকে প্ৰত্যেকেই নিজ নিজ দেশৰ, নিজ নিজ জাতৰ ভাষা কয়। আমাৰ দেশত অনা-অসমীয়াক আগেয়ে ইয়োৰোপীয়ানক "বগা-বঙ্গাল" আৰু আনবিলাকক "কলা-বঙ্গাল" বুলিছিল।

অৱশেষত, আজি কালি আমাৰ দেশত বঙ্গ দেশৰ মানুহকহে "বঙালী" বোলা হয়।

মেদিনীপুৰৰ পৰা অহা দুই এটা জাতৰ বাহিৰে কোনো বনুৱাই বঙ্গ দেশৰ পৰা অহা নহয়; এই কথাটো আমি সকলোৱেই জনা উচিত।

ভাৰতৰ সকলো ঠাইৰ পৰা অহা এই বনুৱা-ভাই সকলে, অসমতে থিতাপি হৈ এতিয়া অসমীয়াৰ লগত মিলি-জুলি অসমৰেই সন্তান হৈ পৰিছে। অৰ্থাৎ অসমৰেই অসমীয়া।

শ্ৰীনকুল চন্দ্ৰ ভূঞা।

# চাহ বাগিচাৰ বনুৱা

## প্ৰথম খণ্ড।

অসমীয়া ভাষাত "কুলি" বুলি শব্দ এটা নাছিল। ভাটীৰ পৰা চাহ বাগিচাত কাম কৰিবলৈ অনা বনুৱাবিলাককে "কুলি" বুলি অসমত জনাজাত হ'ল। "কুলি" বা "কুলী" শব্দটো "হেম-কোষ"ত পোৱা যায় এইদৰে ; "কেৰি চাহাবে বঙালী ভাষাৰ শব্দ কোষত তাক মাদ্ৰাজী শব্দ বুলি লিখিছে আৰু "ওৱেবষ্টাৰৰ" ইংৰাজী অভিধানত "টুৰ্কী" ভাষাৰ বন্দীক বুজোৱা "কুলী" শব্দ তাৰ মূল বুলি লিখা আছে।"

যেই কি নহওক, সাধাৰণতে, অসমীয়া মানুহে এওঁবিলাকক "বাগিচাৰ বনুৱা" বুলি কয় আৰু ৰাজনৈতিক সভা-সমিতি বিলাকত এওঁবিলাকক 'মজদুৰ" বুলি সম্বোধন কৰে।

চাহ বাগিচাৰ বনুৱা বিলাকৰ বিষয়ে কিবা ভাবিলে বা কিবা কবলৈ ধৰিলেই অসমত মানৰ দিন, অসমৰ স্বাধীনতা লোপ, ইংৰাজৰ আগমণ আৰু এই দেশত ইংৰাজৰ শাসন সকলো কথা মনলৈ আহে। আৰু মনলৈ আহে—চাহ গছৰ কথা।

### বনৰীয়া চাহগছৰ কথা

অসমৰ হাবিত আৰু পৰ্ব্বতত ( সদিয়া, ডিব্ৰুগড়, লক্ষীমপুৰ, শিৱসাগৰ, যোৰহাট, গোলাঘাট, তেজপুৰ, মঙ্গলদৈত ) বনৰীয়া চাহ গছ অতীজৰে পৰা আছিল। চিংফৌ বিলাকে চাহ গছক "ফানুপে" বুলিছিল, ইংৰাজসকলে "টি" (Tea) বুলিছিল। এই "টি" শব্দটো চীনদেশৰ "থিয়া" বা "থিয়" (Thea) শব্দৰ পৰা ওলোৱা বুলি কয়। কোনো কোনোৱে কয়, চীনদেশত এই গছক "চা" (Tscha) বোলে। চীনদেশৰ "চাহ" খেতি অসমত কৰিবলৈ মন মেলা ইংৰাজসকলেই এই গছৰ নাম দিছিল "চাহ বা চাহ গছ"। কিন্তু তাহানি অসমীয়া

বুঢ়া লোকক এই গছৰ পুৰণি নাম কি আছিল বুলি সোধাত, তেওঁবিলাকে এই গছক আগৰে পৰাই "চাহগছ" নামেৰে জনাজাত আছিল বুলি কৈছিল। মানুহৰ "পানী লগা" অসুখ হ'লে, অসমীয়া মানুহে হাবিৰ পৰা এই "চাহ গছৰ" পাত আনি টেকেলিত পানী দি সিজাই তাৰ "পানী বা কোৱাথ" খাই ভাল হৈছিল। কিন্তু আজিকালি "চাহ পানী" খোৱাৰ দৰে, তাহানি মানুহে "চাহ পানী" খোৱা নাছিল।

## চীনদেশৰ চাহপানী

কিন্তু চীন দেশৰ মানুহে "চাহ গছৰ" খেতি কৰি, নিজেও "চাহ পানী" খাইছিল আৰু আন আন জাতিকো বিশেষকৈ ইংৰাজ সকলক "চাহ পানী" খোৱাৰ জুতি লগাইছিল।

চীন দেশৰ লগত ইংৰাজসকলৰ বেহা-বেপাৰৰ চুক্তি ভঙ্গ হোৱাত চীন দেশৰ পৰা কম মূল্যত চাহ পাত ইংৰাজসকলে ইংলণ্ডলৈ নিবলৈ অসুবিধা হল। তেতিয়া ভাৰতত শাসন কৰা "ইষ্ট ইণ্ডিয়া কোম্পানী"য়ে ভাৰতত চাহ-খেতি কৰাবৰ মন কৰিলে। আমাৰ অসম দেশ তেতিয়া "ইষ্ট ইণ্ডিয়া কোম্পানী"ৰ হাতলৈ যায়।

ব্ৰুচ চাহাবে প্ৰথমতে চাহ গছ দেখে, মণিৰাম দেৱানেই প্ৰথমতে কয়, অসমত চাহ গছ গজে। শ্ৰীবেণুধৰ শৰ্ম্মাদেৱে লিখা "মণিৰাম দেৱান" কিতাপত পোৱা যায়: "১৮২৩ চনত মানক পাটকাইৰ ফালে খেদি নিওঁতে মণিৰাম দেৱান আৰু মেজৰ ব্ৰুচ চাহাবে চিংফৌৰ দেশত, বিচাগামৰ হাতত ডুজোপা চাহ গছ পাইছিল।"

মানবিলাক যোৱাৰ পাচত, দেশখন সুস্থিৰ হ'লত, শদিয়াখন সংগঠন কৰিবলৈ কৰ্ণেল চাৰ্জন চি. এ, ব্ৰুচ, মণিৰাম দেৱান, ভোলানাথ পৰ্ব্বতীয়া ফুকন, বিৰিমফিল্ (Bading field) চাহাব আদি শদিয়াৰ চিংফৌ দেশলৈ যায়; তাতে বিৰিম্ফিল্ চাহাবে চাহপানী (চীন দেশৰ চাহপাত) এবাটি বিচাগামক খাবলৈ দিয়াত, আকৌ চাহৰ কথা ওলায়। মণিৰাম দেৱানৰ কথাত, বিচাগামে হাবিত গজি থকা চাহ পুলি কেইটামান আনি বিৰিম্ফিল্ চাহাবক দিয়েহি। মণিৰাম দেৱানে আমাৰ দেশত চাহ গছ বিনা যত্নতে হয় বুলি চাহাবক বুজাই



কয়। এইবাবেই, অসমীয়াই কয়, মণিৰাম দেৱানেই ইংৰাজক চাহগছ প্ৰথমতে দেখুৱাৰ বাবে প্ৰথম চাহগছ আবিষ্কাৰ কৰোঁতা। ইংৰাজসকলে কয়, তেওঁবিলাকৰ ভিতৰত প্ৰথম ব্ৰুচ চাহাবেই অসমত চাহগছ দেখিছিল, সেইবাবে ব্ৰুচ চাহাবেই প্ৰথম চাহগছ আবিষ্কাৰ কৰোঁতা।

অসম দেশৰ মাটিত অতীজৰে পৰা চাহগছ গজি আছে, এই কথা অসমৰ শাসনভাৰ চলোৱা চাহাবসকলৰ পৰা, বিশেষকৈ ব্ৰুচ ভাতৃদ্বয়ৰ পৰা, সবিশেষ ভাৰত চৰকাৰে জানিব পাৰি, গৱৰ্ণৰ জেনেৰেল লৰ্ড বেণ্টিঙ্কৰ দিনত, ১৮৩৪ চনত এটা "টি কমিটী" গঠিত হয়, আৰু সেই কমিটীয়ে অসমত চাহগছৰ বা বাতৰি লবলৈ আহে। এই "টি কমিটী"ৰ পৰা "অসমত চাহগছ গজাৰ" সন্তোষজনক "ৰিপৰ্ট" পাই ভাৰত চৰকাৰে (আগতে চীনদেশত কাম কৰি, চাহগছৰ আও-ভাও বুজা) গৰ্ডণ চাহাবক চীনদেশৰ পৰা চাহ গুটি আনিবলৈ পঠায়।

## চাবুৱা বাগান

চীনদেশৰ চাহ গুটি পাই চৰকাৰে নিজে কলিকতাৰ "বোটানিকেল গাৰ্ডেনত" নাইনিতালত আৰু অসমত সেই চাহ গুটি ৰোৱায়। অসমৰ ডিব্ৰুগড়ত য'ত প্ৰথমতে চাহ গুটি ৰোৱায়, সেই ঠাইক "চাহ বোৱা" বুলিলে। আজিকালি সেই ঠায়েই "চাবুৱা" বুলি জনাজাত। গৰ্ডণ চাহাবে অনা চীনা চাহ গুটিৰ পুলিকে ১৮৩৫ চনত জয়ে জয়ে চাবুৱাত লগোৱা হয়।

তেতিয়াই চৰকাৰে অসমত ভালে কেইবছৰ থাকি অসমৰ আও-ভাও বুজা মিঃ ব্ৰুচকে (মেজৰ ব্ৰুচৰ ভায়েক) চাহ বাগিচাৰ তত্ত্বাৱধান লবলৈ "চাহ হাবিৰ ছুপাৰিণ্টেণ্ডেণ্টৰ" পদত মকৰল কৰে। ব্ৰুচ চাহাবৰ দিনতেই অলপ অলপকৈ টিংৰাই, বৰহাট, নাজিৰা, গাভৰু পৰ্ব্বত আদিত চাহ খেতি হয়। চীন দেশৰ পৰা অনা কেইজনমান চীনা মানুহৰ সহায়েৰে ব্ৰুচ চাহাবে অসমত চাহ বাগান খোলা, চাহপাত চিঙা, কল ঘৰত চাহপাত মাৰি, চাহপাত তৈয়াৰ কৰা পদ্ধতি আৰম্ভ কৰে (অৱশ্যে তেতিয়া চাহপাত মৰাৰ সকলো কাম হাতেৰেই কৰা হৈছিল। তেতিয়া কল কাৰখানা হোৱা নাছিল।)

তেতিয়া চাহ বাগিচা খুলিবলৈ ভাটীৰ পৰা বনুৱা অহা নাছিল। অসমীয়া মানুহেই চাহ বাগিচাৰ সকলো কাম কৰিছিল। চাহপাত তৈয়াৰ কৰা লোক-

সকলক "চাহ-টেকেলা" বুলিছিল। মাজে মাজে নগাবিলাকেও বাগানত কাম কৰিছিলহি।

চৰকাৰৰ তত্ত্বাবধানত হোৱা চাহ বাগিচাৰ পৰা ১৮৩৬ চনত, পাঁচ বাকচ চাহপাত বিলাতলৈ পঠালে। বিলাতত সেই চাহৰ চাহ পানী খায়। চীন দেশৰ চাহতকৈ অসমত হোৱা চাহ গছৰ চাহ-পানী বৰং ভালহে, কোনো গুণে হীন নহয়, এই কথাটো সকলোৱে বুজিলে। তেতিয়া চৰকাৰে ইংলণ্ডৰ মানুহক চাহৰ কাৰবাৰ অসমত কৰিবলৈ আহ্বান কৰিলে।

### পৰ্ব্বতৰ দাঁতিয়ে দাঁতিয়ে বাগিচা

চৰকাৰৰ উদ্দেশ্য আছিল, অসম ভৈয়ামৰ দুই দাঁতিয়ে নগা পৰ্ব্বত আৰু ডফলা পৰ্ব্বতৰ দাঁতিয়ে দাঁতিয়ে চাহ বাগিচা খোলা। কিয়নো, তেতিয়া নগা আৰু ডফলাই অসমৰ স্বাধীন আহোম ৰজা, ভগাত নকৈ অহা ইংৰাজক ৰজা বুলি মানিব নুখুজি, মাজে মাজে বিদ্ৰোহ কৰি আছিল। বৃটিছ চৰকাৰৰ বুদ্ধি আছিল পৰ্ব্বতৰ দাঁতিয়ে দাঁতিয়ে চাহ বাগিচা খোলা হ'লে সেই বাগিচা বিলাকত থকা চাহাববিলাকেই পৰ্ব্বতীয়া জাতিক বশ কৰি, তেওঁবিলাকৰ বা-বাতৰি চৰকাৰক যোগাই থাকিব পাৰিব। পাচলৈ কাৰ্য্যতো সেয়ে হৈছিল।

এইখিনিতে একেষাৰ ক'ব পাৰি। তেতিয়া চৰকাৰৰ "টি কমিটীয়ে" ভাবিছিল যে অসমৰ বনৰীয়া চাহ গছৰ গুটিতকৈ চীন দেশৰ চাহগুটীয়ে ভাল ফল দিব। পাচত হে বুজিলে, চীন দেশৰ গুটিৰ গছে অসমৰ মাটিত ভালকৈ পাত দিব নোৱাৰে। তেতিয়া লাহে লাহে অসমৰ বনৰীয়া চাহ গছৰ গুটিৰ পুলি গজাই, বাগিচাত গছ লগাবলৈ ধৰিলে। তেতিয়াৰ পৰা অসমৰ চাহ বাগিচা বিলাকৰো দিনক দিনে উন্নতি হৈ আহিবলৈ ধৰিলে। চীন দেশৰ চাহ গুটি অনা ভুলৰ বাবেই, জয়ে জয়ে চাহ বাগিচাত ভালকৈ লাভ কৰিব নোৱাৰি, কিছুমান চাহবাগান ইহাতৰ পৰা সিহাতলৈ বিক্ৰী হৈছিল।

### আসাম চাহ কোম্পানী

১৮৩৯ চনত নাজিৰাৰ "আসাম কোম্পানী" গঠন হয়। এই কোম্পানীৰ ডিৰেক্টৰ সকলে অসমৰ হাবিত চাহ বাগিচা খুলিব নে, কি কৰিব গুণা-গঁথা কৰি থাকোঁতেই মনিৰাম দেৱান কলিকতালৈ যায়। কোম্পানীৰ ডিৰেক্টৰসকলে



মনিৰাম দেৱানৰ লগত কথা পাতি চাহ বাগিচা খুলিবলৈ মনস্থ কৰিলে। পূৰ্ব্বৰ বৃটিছ চৰকাৰে মনিৰাম দেৱানক "আসাম কোম্পানীৰে" দেৱানৰ কাম দি, নাজিৰাত চাহ বাগিচা খুলিবলৈ কেইজনমান চাহাব লগত দি পঠিয়াই দিয়ে।

অৱশ্যে মনিৰাম দেৱানে পাচত নিজাকৈ চিঙলো আৰু চেনিমৰা বাগিচা খুলিছিল। তেওঁ ৰাজদ্ৰোহত পৰাত চৰকাৰে সেই বাগিচা কেইখন "বাজেয়াপ্ত" কৰি ল'লে।

"আসাম কোম্পানী"য়ে বাগিচা খুলিবলৈ লোৱাত, ভাৰত চৰকাৰে নিজৰ চাহ বাগিচা পুৰকীয়াকৈ নাৰাখি, ১৮৪০ চনত চৰকাৰী বাগিচাও কোম্পানীক বিক্ৰী কৰি দিয়ে।

ইয়াৰ পাচত ইটো সিটোকৈ চাহ কোম্পানী গঠন হৈ অসমত চাহ বাগিচা খুলিবলৈ ললে। অৱশ্যে কিছুমান চাহাব আৰু অসমীয়া মানুহেও গাই গুটিয়াকৈ তেতিয়া চাহ বাগিচা খুলিছিল।

এইখিনিতে কৈ থ'ব পাৰি, চৰকাৰে খোলা চাহ বাগিচা (নাজিৰাৰ ওচৰত থকা) আসাম কোম্পানীক বিক্ৰী কৰিছিল; কিন্তু জয়পুৰৰ ফালে থকা চৰকাৰী চাহ বাগিচা বিলাক কিছুদিন চৰকাৰে চুপাৰিণ্টেণ্ডেণ্ট ব্ৰুচ চাহাবৰ হতুৱাই চলাই আছিল। অৱশ্যে পাচত সেইবিলাক বাগিচাও "চাহ কোম্পানী" বিলাকক বেচি দিলে।

শিৱসাগৰ জিলাত "আসাম কোম্পানী"ৰ পাচত ডাঙৰকৈ "যোৰহাট টি কোম্পানী" ১৮৫৮ চনত গঠন হয়। সেই কোম্পানীয়েই জৰ্জ্জ উইলিয়ামচন্ চাহাবৰ পৰা মণিৰাম দেৱানৰ বাগিচা "চেনিমৰা" খন কিনি লয়। জৰ্জ্জ উইলিয়ামচনে চৰকাৰৰ পৰা চেনিমৰা বাগিচাখন (তেতিয়া নিচেই সৰু বাগান) আগতে কিনি লৈছিল।

### অসমীয়া মানুহৰ চাহ বাগিচা

আগতে উল্লেখ কৰিছিলোঁ প্ৰথমতে অসমীয়া মানুহেই বাগিচাৰ বনুৱা হৈছিল। তেতিয়া চাহ বাগিচাত অসমীয়া মানুহে বং মনেৰে কাম কৰিছিল।

অসমীয়া মানুহে ফকৰা দি, কথা কবলৈ ভাল পায়। তেতিয়াৰ চাহ বাগান খুলিবলৈ অহা চাহাব সকলে, বেগেতে অসমীয়াৰ দয়-দস্তুৰ আৰু ভাষা শিকি লৈছিল। বাগিচাত কাম কৰা অসমীয়া মানুহক তেওঁবিলাকেও ফকৰা ব্যৱহাৰ কৰি কথা কৈছিল।

কোৰ মাৰি যাওঁতে, মাটি নকটাকৈ এৰি থৈ গ'লে, চাহাবে ফকৰা মাতি কয়—

"নেকাটিলে মাটি,
চৰ্দ্দাৰে পেলাব হাজিৰা কাটি।"

সেইদৰেই কোৰ মাৰি যাওঁতে, চাহ গছৰ হাবি লতা টানি 'চাফা' কৰি নগ'লে, আকৌ চাহাবে ফকৰা মাতি কয়—

"নেটানিলে লতা
লাগিব লেঠা।"

এইদৰে ফকৰা মাতি, ৰং ধেমালি কৰি, তেতিয়াৰ চাহাব সকলে অসমীয়া মানুহৰ পৰা কাম কৰোৱাই লৈছিল।

বিলাতৰ পৰা অহা নতুন চাহাব সকলে অসমীয়া শিকি অসমীয়া ভাষাৰ পৰীক্ষা পাছ কৰাটো অসমৰ বহুতো চাহ কোম্পানীত অৱশ্যে কৰ্ত্তব্য আছিল। নতুন চাহাবে অসমীয়া ভাষাৰ পৰীক্ষা পাছ কৰিলে, এমাহৰ দৰ্ম্মহা "ব'নাচ" পাইছিল আৰু বছেৰেকীয়া দৰ্ম্মহা বৃদ্ধি হৈছিল। অসমীয়া ভাষাত পৰীক্ষা পাছ কৰিব নোৱৰালৈকে তেওঁবিলাকৰ দৰ্ম্মহা বৃদ্ধি নহৈছিল। এইবাবেই চাহ বাগিচাত কাম কৰা প্ৰায় বিলাক চাহাবে সুন্দৰকৈ অসমীয়া ক'ব পাৰিছিল। ন-কৈ অহা চাহাবে অসমীয়া ভাষাত পৰীক্ষা দিয়া নিয়মটো সিদিনালৈকে আছিল। তেতিয়া চাহ বাগিচাত ডাক্তৰ কেৰাণী কাম কৰিবলৈ অহা বঙালী সকলেও অসমীয়া ভাষাত কথা ক'বলৈ বাধ্য হৈছিল। বনুৱাসকলে সুন্দৰকৈ অসমীয়া শিকিছিল। ইয়াৰ উপৰিও তেতিয়াৰ চাহাবসকলে ওচৰৰ গাৱঁৰ অসমীয়া মানুহৰ লগত মিলেৰে থাকিবলৈ গাৱঁৰ "নাম-ঘৰ", "স্কুল" সাজিবলৈ কাঠ, গজাল, টিনপাত আদি দিছিল।



ওচৰত থকা সত্ৰৰ গোসাঁই সকলক আৰু মানী লোকক চাহাব সকলে মান সৎকাৰ কৰিছিল। এবাৰ হেনো কোনোবা এজন গোসাঁয়ে বাগিচাৰ চাহাব এজনক কিবা কথাত বেয়া পাই, গোসাঁইয়ে সেই বাগিচাত চাউল-পাত, হাঁহ-পাৰ, কণী আদি বেচিবলৈ গাৱঁৰ মানুহক মানা কৰাত, কোনেও নেবেচিছিল। কথাটো সদৰি হোৱাত গোসাঁই সকলে যাতে বেয়া নেপায়, তাৰ কাৰণে বাগিচাত সকলো চাহাব সাৱধান হৈছিল।

পাচত ভাটীৰ পৰা বনুৱা আহিলতো বহুতো বাগিচাত, "চাহ টেকেলা" বুলি বহুতো অসমীয়া মানুহে কল ঘৰত চাহ পাত মৰা কামত আছিল। হাতেৰে পাত মাৰি, কেৰাহীত বা ডুলিত পাত শুকুৱাই, কেনেকৈ ভাল পাত তৈয়াৰ কৰিব পাৰি, এই অসমীয়া সকলে ভালকৈ জানিছিল। কল-কাৰখানা ওলালতো কোনো কোনো বাগিচাত এই অসমীয়া চাহ-টেকেলাসকলে কাম কৰি থকা দেখিছিলোঁ।

## চাহ পাত তৈয়াৰ কৰা আদিৰ প্ৰণালী

চাহ বাগিচাৰ প্ৰতিটো কামতে অসমীয়াই এনেকৈ পৰীক্ষা কৰি চাইছিল। কলম কৰা চাহ গছজোপাৰ ওপৰত কাঁহী এখন থলে সমানে থাকিব লাগে। অৰ্থাৎ গছজোপাৰ ওপৰখন সমানে কাটিব লাগে সমানে পাত তুলিবলৈ। বাজী পাতৰ বা জনমপাতৰ ওপৰত ওলোৱা ছুটা পাত এটা কলি, সাদিনৰ বা দহ দিনৰ মূৰে মূৰে বুঢ়া নহওঁতেই ছিঙি আনিব লাগে। চাং ঘৰৰ চাঙত, ছিঙি অনা পাতবিলাক পাতলকৈ মেলি দিব লাগে যাতে ৰাতিটোতে পাতবিলাক শুকাই তেতেলীপতীয়া হয়। আৰু মুঠি মাৰি শুঙিলে, "আতলাছ কঠাল"ৰ দৰে গোন্ধাব লাগে।

ইয়াৰ পাচত আমাৰ মুখত খোৱা ধপাত মৰাৰ দৰে নগা ঢাৰিত লৈ হাতেৰে মোহাৰি মোহাৰি মাৰিব লাগে। পাচলৈ হাতেৰে ঘূৰোৱা কাঠৰ জাঁতত পাত বিলাক মাৰিছিল। এই হাতেৰে মৰা পাতবিলাক মুখত খোৱা ধপাতত ৰহ খুৱাৰ দৰে ঘৰৰ ভিতৰত ডাঠ কৰি মেলি থৈছিল। যেতিয়া পাতবিলাক ৰহ দি "তামৰ পইছা"ৰ ৰং ধৰে, তেতিয়া জুইত শুকুৱাবলৈ নিছিল। কেৰাহী বা ডুলিৰ তলত জুই দি পাতবিলাক সঘনে লৰাই শুকুৱাইছিল। পাতবিলাক শুকাই "মাটি-ফেটি

চাপৰ'' বৰণ ল'লেই নমাই কাঠৰ বাকচত ভৰাই থৈছিল। পাচত উতলা পানীত এই শুকুৱা পাত দি "চাহ পানী" কৰি চাইছিল। "জাংফাই কেৰুৰ" বৰণ যদি "চাহ পানীত'' দেখে, তেতিয়াই উত্তম চাহ পাত তৈয়াৰ হৈছে বুলি কৈ দিয়ে।

কটা (Pruning), ছিঙা (Plucking), ৰং উঠা (Fermantation), পানী (Liquor) এই চাৰিটা যিখন চাহ বাগিচাত ভাল সেইখনকে অসমীয়াই ভাল বাগিচা বুলিছিল। অৱশ্যে আজিকালি কল-কাৰখানাৰে বৈজ্ঞানিক ভাৱে চাহপাত তৈয়াৰ কৰিছে, কিন্তু মূল কথা চাৰিটা লৰচৰ হোৱা নাই। যেতিয়া চাহ কোম্পানীবিলাকে ইখনৰ পাচত সিখন চাহবাগিচা খুলিবলৈ ল'লে, তেতিয়া সিমান সৰহকৈ অসমীয়া মানুহ নোপোৱা হ'ল। তাতে অসমীয়া মানুহে নিজ ইচ্ছা মতেহে চাহ বাগিচাত কাম কৰিবলৈ গৈছিল। কোনো হুকুমৰ তলত বাধ্য হৈ বাগিচাত কাম কৰিবলৈ যোৱা নাছিল।

তেতিয়া চাহ বাগিচাৰ গৰাকীসকলে চৰকাৰৰ লগত লিখা-লিখি কৰি কৈছিল, ভাটীৰ পৰা বনুৱা নানিলে অসমত চাহ খেতি কৰাটো দুঃসাধ্য হ'ব। ভাৰতৰ পৰা তেতিয়া "মৰিছি'' আদি দ্বীপবিলাকত কুহিয়াৰ "ৰবৰ'' আদি খেতি কৰিবলৈ চৰকাৰে বনুৱা পঠোৱাৰ নিয়মতে অসমলৈও বনুৱা আনিবলৈ দিব লাগে। চৰকাৰৰ অনুমোদনত চাহ কোম্পানীৰ চাহাব সকলে কলিকতাত নিজৰ নিজৰ চাহাব বা ভাৰতীয় বিষয়া থৈ, অসমলৈ বিশেষকৈ বঙ্গদেশৰ মেদিনীপুৰৰ পৰা বনুৱা আনিবলৈ ধৰে।

## আৰ্‌কাটি বা টেঙৰ দালালী

১৮৫৯ চনত অসমৰ সকলোবিলাক চাহ কোম্পানীয়ে মিলি এখন "এচো-চিয়েশ্যান'' পাতি কলিকতাত চাহাব বা দেশী বিষয়ালৈ এটা অফিচ কৰি বঙ্গ, বিহাৰ, উৰিষ্যাত, "আৰ্‌কাটি" মকৰল কৰিলে। "আৰ্‌কাটি'' বিলাকে বনুৱা বিলাকক ফুচুলাই আনি এই অফিচত এটা "ব'নাছ'' দৈ দিছিলহি। শুনা যায়, এই "আৰ্‌কাটি" বিলাকে বঙ্গ, বিহাৰ, উৰিষ্যাৰ জমিদাৰসকলে মানুহটোৱে বা মানুহজনীয়ে প্ৰতি এটা দাম দি, এক প্ৰকাৰ কিনি আনি কলিকতাৰ অফিচত এটা "ব'নাছ" দৈ চাহ বাগিচালৈ বনুৱা দিছিলহি। "আৰ্‌কাটি''য়ে ফুচুলাই অনা বনুৱা বা কুলিবিলাকে পাচত চাহ বাগিচালৈ অহাটো অতি দুৰ্কপালৰ কথা বুলি



ভাবিছিল। শুনা যায়, কিছুমান জমিদাৰে "আৰ্‌কাটি''ৰ পৰা পইছা লৈ মানুহ বিলাকক অনিচ্ছা স্বত্বেও এক প্ৰকাৰ বলেৰে অসমৰ চাহ বাগিচালৈ পঠাইছিল।

## পুৰণি কালত অসমৰ যাতায়াত

এইখিনিতে তেতিয়াৰ যাতায়াতৰ বিষয়ে একেষাৰ কোৱা উচিত। স্বাধীন অসমত অসমীয়া মানুহে ৰাজকীয় কামত বেহা-বেপাৰত বা তীৰ্থ ভ্ৰমণত ভাটীলৈ গৈছিল, ব্ৰহ্মপুত্ৰইদি, নাৱেৰে গোৱালণ্ড বা কলিকতালৈ, তাৰ পৰা খোজ কাঢ়ি বা ঘোঁৰাৰে দূৰৈৰ ঠাইবিলাকলৈ গৈছিল। সেইদৰেই ভাটীৰ মানুহো আমাৰ দেশলৈ আহিছিল। মানৰ দিনত বৃটিছৰ ফৌজো এইদৰেই অসমলৈ আহিছিল। আনকি তেতিয়া যুদ্ধৰ আহিলা আৰু বৃটিছৰ "ডাক'' কলিকতাৰ পৰা অসমলৈ এইদৰেইহে আহিছিল।

বৃটিছ চৰকাৰ আমাৰ দেশত নিগাজীকৈ বহিলত, বন্দুক-বাৰুদ আৰু আন আন সৰঞ্জাম অনাৰ সুব্যৱস্থা কৰি, চৰকাৰে নিজৰ জাহাজ কলিকতাৰ পৰা অসমলৈ চলোৱাৰ দিহা কৰিলে। প্ৰথমতে ১৮৪৭ চনত এই জাহাজখন গুৱাহাটী-লৈকে আহিছিল ; তাৰ পাচত ডিব্ৰুগড়লৈকে গৈছিল। এই জাহাজখন চলাৰ কোনো দিন নিৰ্দ্ধাৰিত নাছিল।

পাচত চাহ কোম্পানী সমূহে ভাটীৰ পৰা বনুৱা অনা আৰু ঠিক সময়ত চাহপাত কলিকতালৈ পঠিওৱাৰ সুবিধা কৰি জাহাজচলাবলৈ চৰকাৰক ঘনে ঘনে-অনুৰোধ কৰাত চৰকাৰে ভাটীৰ গঙ্গা আদি নৈত জাহাজ চলোৱা "ইণ্ডিয়া জেনে-ৰেল ষ্টিম কোম্পানী''ক অসমৰ ব্ৰহ্মপুত্ৰত জাহাজ চলোৱাৰ বন্দৱস্ত কৰি দিয়ে। সেইমতে ১৮৬০ চনত কোম্পানীৰ জাহাজ কলিকতাৰ পৰা অসমলৈ চলে।

১৮৬০ চনৰ আগতে বৃটিছে ভাৰতত ৰেল চলোৱা আৰম্ভ কৰে। অসমৰ মূৰ ধুবুৰীলৈকে ( গোৱালণ্ডলৈ ) ৰেল লাইন সংযোগ হয় প্ৰায় ১৮৮০ চনত।

১৮৮৫ চনত যোৰহাটত "নেৰ' গজ'' ৰেলৰলাইন বহুৱা বুলি জনা গৈছে। এই ৰেলখন প্ৰথমতে যোৰহাটৰ পৰা ককিলামুখ জাহাজ ঘাটলৈ চলে। পাচত চেনিমৰাৰ পৰা এটা শাখা তিতাবৰলৈ আৰু এটা শাখা মৰিয়নীলৈ বঢ়াই দিয়া হয়।

১৮৯৫ চনতে ভাৰত চৰকাৰৰ বন্দৰস্তত চট্টগ্ৰামৰ পৰা অসমলৈ আসাম বেঙ্গল ৰেলৰ লাইন বহুৱাবলৈ লয়। এই ৰেলৰ লাইন খণ্ড খণ্ডকৈ বহুৱাই আনি তিনিচুকীয়াত সম্পূৰ্ণ কৰিছিল ১৯০৩ চনত।

ডিব্ৰু-শদিয়া ৰেলখনো আগতে ১৮৮৬ চনত বহুৱা হৈ'ছিল।

ইয়াৰ কিছুদিনৰ পাছত কি আগত তেজপুৰ-বালিপৰা ৰেল বহুৱা হৈছিল।

কোৱা বাহুল্য ৰেল-জাহাজ চলোৱা, পুৰণি ৰাজ-আলিবিলাক মেৰামতি কৰা, সেই ঘাই আলিবিলাকত লগাই নতুন নতুন আলিবন্ধা কামবিলাক তেতিয়াৰ চাহ কোম্পানীবিলাকৰ খেচ্-খেচনিতে হয়। অৱশ্যে স্বীকাৰ কৰিব লাগিব, দেশখনক সুস্থিৰে ৰাখিবলৈ বনুৱা চিপাহীৰ যাতায়তৰ সুচল কৰাটো চৰকাৰৰ পৰোক্ষ উদ্দেশ্য আছিল।

১৮৬০ চনত কলিকতাত "ৰিক্ৰুটিং এজেন্সী হাউছ" প্ৰতিষ্ঠা কৰিলত, "আৰকাটিয়ে" আনি দিয়া বনুৱাবিলাকক অসমৰ চাহ বাগিচাবিলাকলৈ এই বাটেদি "চালান" দিবলৈ ধৰিলে।

### বনুৱা অহা পথ

ওপৰত উনুকিৱা যাতায়াতৰ এনে অৱস্থাতে বনুৱাবিলাকক প্ৰথমতে কলিকতাৰ পৰা ধুবুৰীৰ ওচৰত থকা গোৱালণ্ডলৈ ৰেলেৰে পঠিওৱা হয়। গোৱালণ্ডৰ পৰা জাহাজেৰে নিজ নিজ চাহ বাগিচালৈ অনা হয়। তেতিয়া এই বাটটো বৰ দীঘলীয়া আছিল। কলিকতাৰ পৰা বাগিচা পোৱালৈকে পোন্ধৰ দিনৰ পৰা এমাহ সময় লাগিছিল।

আদিতে বনুৱাবিলাকক অসমলৈ অনাৰ আগতে কলিকতাত হাইজা আৰু বসন্তৰ বেজী দিয়া নহৈছিল। অৱশ্যে কিছুদিনৰ পাছত বেজী দিয়া নিয়ম চলালে।

তেতিয়া গোৱালণ্ডৰ পৰা জাহাজত অহা এটা ডাঙৰ সমস্যা আছিল; বিদেশলৈ জাহাজৰ তৃতীয় শ্ৰেণীৰ 'ডেক'ত অহা যাত্ৰীবিলাকৰ! বৰষুণৰ এছাৰ-কণি আৰু মুখ-ধোৱা, হাত-ধোৱা পানীৰে 'ডেক'খন প্ৰায়ে তিতি থাকে। তাৰ উপৰিও 'ডেক'ত শৌচ আদি কৰাৰ ব্যৱস্থা নাছিল। 'ডেক'ৰ দাঁতিত বহি



শৌচাচাৰ কৰোতে প্ৰায়ে তিৰোতা, লৰা-ছোৱালী আন কি মতা মানুহো পিচলি ব্ৰহ্মপুত্ৰৰ দ পানীত পৰি মৰিছিল। তেতিয়া জাহাজত ভাত ৰান্ধনি নাছিল। তৃতীয় শ্ৰেণীত অহা যাত্ৰীবিলাকে নিজে নিজে ভাত ৰান্ধি খাব লাগিছিল। অথচ ভাত ৰন্ধা চৌকা 'ডেক'ত কেইটামানহে আছিল। পাল পাতি, ইজনৰ পাচত সিজনে চৌকাত ভাত ৰান্ধিব লাগিছিল। এনে অৱস্থাত পুৱাৰ পৰা পাল পাতি ৰান্ধোতে কিছুমানে আবেলিহে ভাত ৰান্ধিবলৈ চৌকা পাইছিল। পুৱাতে বনুৱাবিলাকক জাহাজৰ মানুহে বা এজেন্সীৰ মানুহে চাউল-দাইল ভগাই দিয়ে। যিবিলাক বনুৱাই সোনকালে ভাত ৰান্ধিবলৈ চৌকা নেপায়, সিহঁতে দুপৰীয়া ভোকত চাউল-দাইল নৰন্ধাকৈয়ে গলিয়াই গলিয়াই খাবলৈ ধৰে। ইয়াৰ ফলত সিহঁতৰ বহুতেই হাইজা বেমাৰত পৰি মৰে। "ডেক'ত এজন দুজনৰ হাইজা বেমাৰ হ'লেই বহুতো বনুৱা এই বেমাৰত পৰি মৰে। 'ডেক'খন লেতেৰা হোৱাত বসন্ত ৰোগতো পৰি বনুৱা মৰিছিল। এনে অৱস্থাত কলিকতাৰ পৰা অহা বনুৱা শতকৰা কুৰি বা ত্ৰিশটা বাটতে জাহাজত মৰিছিল (অৱশ্যে কিছু দিনৰ পাচত এই অবস্থা উন্নত কৰা হ'ল)

ইয়াৰ উপৰিও তেতিয়াৰ চৰকাৰী বনুৱা আইনমতে বনুৱাই ইচ্ছামতে কামলৈ নোলাই ঘৰত বহি থাকিব নোৱাৰিছিল। চৌকীদাৰে বলেৰে হলেও কামলৈ উলিয়াই দিছিল আৰু কিবা কাৰণত বাগানৰ পৰা পলাই গ'লে ধৰি আনি জিলাৰ ফাটেকত ভৰাইছিল। ইত্যাদি কথাবিলাক ভাবি চিন্তি সিহঁতক ফুচুলাই পঠিওৱা দেশৰ ডাঙৰ মানুহ জমিদাৰ নায়েবলৈ আৰু 'আৰ্কাটি লৈ' সিহঁতৰ বিষদৃশ অবিশ্বাস ভাব আছিল। [redacted]

[redacted]; যদিও তাহানিয়েই ১৯০১-২ চনতে অসমৰ চীফ কমিছনাৰ কটন্ চাহাবে বনুৱাক বাধ্যবাধকতা কৰি অনা আৰু কাম কৰোৱা চৰকাৰী আইনখন ৰদ কৰিলে।

তেতিয়াৰ এই বনুৱা আইনখনে অসমৰ জাতীয় জীৱনত এটি মাধমাৰ দিলে। বাগিচাবিলাকত এই আইনৰ বলত "কুলিক" (বনুৱা) কাম কৰোৱাৱটো ৰাধ্যবাধকতা কৰা, বাগিচাৰ পৰা "কুলি" নোকোৱাকৈ গুচি গ'লে ধৰি আনি ফাটেকত দিয়া, ব্যৱস্থা হোৱাত অসমীয়া মানুহে ধৰি ললে এই 'কুলিবিলাক এক প্ৰকাৰ "আধা ফাটেকিয়াল"; গতিকে বাগিচাত কাম কৰা কুলি বা বনুৱাবিলাক নীহ মানুহ। এই জঘন্য ভাবটো মনলৈ অহাত, অসমীয়া মানুহে বাগিচাত কামলৈ "বনুৱা" কাম কৰি 'আধাফাটেকীয়াল" নাম ল'বলৈ ঘিণ কৰিলে, আৰু বাগিচাৰ কামলৈ নহা হ'ল। অৱশ্যে গুৱাহাটী আৰু গোৱালপৰাৰ কিছুমান কছাৰী মানুহ ছমহীয়া বন্দবস্তত বাগিচাৰ কাম কৰিবলৈ আহি আছিল। আজি কালি কোনো কোনো বাগিচাত ওচৰৰ অসমীয়া মানুহে কোৰ মাৰিবলৈ ধৰিছে। গোলাঘাটৰ কোনো কোনো বাগিচাত মিকিৰবিলাকে মাজে মাজে কাম কৰে।

চীন দেশত কিন্তু গাৱঁলীয়া মানুহৰ বাহিৰেও, স্কুল আৰু কলেজৰ লৰা-ছোৱালীয়ে বন্ধত আহি তাৰ চাহ বাগিচাত কাম কৰি স্কুলৰ "ফিজ" আৰু কিতাপ-কাগজৰ বাবে পইছা আৰ্জিবলৈ লাজ নেপায়। এই লৰা-ছোৱালী বিলাকক "চাহ ল'ৰা" ( Tea Boys ) আৰু "চাহ ছোৱালী" ( Tea Girls ) বুলি সেই দেশত কোৱা হয়। এনে নামত তাৰ ল'ৰা-ছোৱালীবিলাকে গৌৰৱ অনুভৱ কৰে। আমাৰ দেশত তাহানিৰ বনুৱা আইন খনেই অসমীয়া মানুহক এনে কামৰ বাবে ঘিণ কৰিবলৈ শিকালে।

## "টি ডিষ্ট্ৰিক্ট লেবাৰ এছোচিয়েশ্যন্"

কলিকতাৰ পৰা অসমলৈ ৰেল জাহাজেৰে অহা-যোৱা কৰাত বহুতো সুচল হোৱাত আৰু দেশৰ পৰা বনুৱাক আগৰ চৰকাৰী আইনৰ বান্ধত অনাটো চীফ কমিছনাৰ কটন চাহাবে বদ কৰাত, অসমৰ চাহ কোম্পানী বিলাকে নিজ নিজ বাগিচাৰ চৰ্দ্দাৰ আৰু কৰ্ম্মচাৰী ( চাহাব আৰু দেশীলোক ) পঠিয়াই, বঙ্গ-বিহাৰ উৰিষ্যা আদি প্ৰদেশৰ আৰু সকলো কথা বুজাই মেলি চাহ বাগিচাৰ বনুৱা অনাৰ ব্যৱস্থা কৰিলে। বাগিচা বিলাকলৈ আগতে অহা নিজৰ মানুহ চৰ্দ্দাৰ হৈ গৈ, কথা কোৱাত বনুৱা বিলাকে বিশ্বাস কৰিলে আৰু বাগিচালৈ আহিবলৈ ধৰিলে। এনে ব্যৱস্থাত বনুৱা আনোতে কোম্পানী বিলাকৰ ভিতৰত হেতা-ওপৰা লাগিছিল।



গাইগুটীয়াকৈ বনুৱা অনাৰ বেমেজালি গুচাবলৈ সকলো চাহ কোম্পানীয়ে গোট খাই চৰকাৰৰ অনুমোদন লৈ তেওঁবিলাকে কলিকতাত "টি ডিষ্ট্ৰিক্ট লেবাৰ এছোচিয়েশ্যন"ৰ অফিচ ১৮৯২ চনত বহুৱালে। এই এছোচিয়েশ্যনৰ পৰা বঙ্গ, বিহাৰ, মধ্যপ্ৰদেশ, উৰিষ্যা, মাদ্ৰাজ, যুক্তপ্ৰদেশ আদি প্ৰদেশতো—য'ত য'ত বনুৱা পায়,—সেই সেই ঠাইত "এজেঞ্চী অফিচ" বহুৱালে। এজেঞ্চী অফিচ হোৱাত আৰকাটিবিলাক গুচাই দিলে। অসমৰ পৰা যোৱা চৰ্দাৰবিলাকৰ পৰা অসমৰ চাহ বাগিচাৰ আৰু অসমীয়া মানুহৰ স্বভাৱৰ কথা শুনি সেই সেই প্ৰদেশৰ আকালৰ সময়ত আৰু জমিদাৰসকলৰ অত্যাচাৰৰ পৰা হাত সৰাৰ উপায়ত স্ব-ইচ্ছাই বনুৱাবিলাক বাগিচালৈ আহিবলৈ ধৰিলে।

অসমৰ ডাক্তৰী আস্পতালবোৰ উন্নত নাছিল। বাগিচাই বাগিচাই একোজন বঙ্গদেশৰ "দেৰেছি বা কম্পাউণ্ডাৰ" আনি বাগিচাৰ আস্পতালবিলাকৰ দায়িত্ব দি একোজন ডাক্তৰ চাহাবে কুৰিখনলৈকে বাগিচা চাবলগীয়া হৈছিল। তেতিয়া অসমত মেলেৰিয়া, হাইজা, গ্ৰহণী, বসন্ত, ক'লাজ্বৰ বেমাৰবিলাক মাজে মাজে বৰ প্ৰকোপেৰে হৈছিল। এই বেমাৰবিলাকত, গাৱঁত অসমীয়া মানুহ মৰাৰ দৰেই, বাগিচাতো বনুৱাবিলাক মৰিছিল। তেনে বেমাৰৰ সময়ত কেতিয়াবা কেতিয়াবা বহুতো বনুৱা ভয় খাই সেই বাগিচা এৰি বেমাৰ নোহোৱা বাগিচা বা গাৱঁলৈ পলাই গৈছিল।

## চাহ-বাগিচাৰ চাহাব

ইয়াতে কৈ থ'ব পাৰি, প্ৰথমতে অসমৰ হাৱিত, চাহ-বাগিচা খুলিবলৈ অহা ইংৰাজ মেনেজাৰ আৰু এছিষ্টেণ্ট আদিৰ কিছুমান মেলেৰীয়া, গ্ৰহণী আদি ৰোগত মৰিছিল, আৰু কিছুমান চাহাবে জ্বৰ খাপৰি আৰু গ্ৰহণী বেমাৰ ভুগি বেমাৰী হৈ ইংলণ্ডলৈ ঘূৰি গৈছিল। অসমত হোৱা বেমাৰবিলাকৰ কথা শুনি, ভাল বংশৰ শিক্ষিত চাহাববিলাক তেতিয়া অসমৰ চাহ বাগিচাবিলাকলৈ আহিব খোজা নাছিল। বিলাতত বা আন আন উপনিবেশত ভাল চাকৰি পোৱাৰ আশা নথকা চাহাববিলাকহে অসমৰ চাহ বাগিচালৈ আহিছিল।

লাহে লাহে চাহ বাগিচাৰ স্বাস্থ্য-সম্বন্ধীয় কথাবিলাক উন্নত হোৱাত, আৰু আগেয়ে ইংলণ্ডত কাম নোপোৱা চাহাববিলাক ছুটী আদিত ইংলণ্ডলৈ গৈ, তাৰ "ক্লাব" বিলাকত কবলৈ ধৰিলে যে, 'পলো' খেল খেলি স্ফূৰ্ত্তি কৰিবলৈ, ডাঙৰ ডাঙৰ বাঘ-হাতী চিকাৰৰ সুখ ল'বলৈ আৰু বেস্কত টকা জমা কৰি চহকী হবলৈ মন কৰিলে, অসমৰ চাহ বাগিচালৈ যাব লাগে। বিলাতৰ ডেকাবিলাকৰ এই তিনিটা কথাই জীৱনৰ ঘাই সপোন। তেতিয়া উচ্চ বংশৰ শিক্ষিত চাহাববিলাক লাহে লাহে চাহ-বাগিচালৈ আহিবলৈ ধৰিলে।

ভাৰতৰ ভিতৰত কোনো কোনো জঘন্য প্ৰকৃতিৰ চাহাবে বনুৱা বা বনুৱাৰ তিৰোতাক অত্যাচাৰ নকৰাকৈ নেৰিছিল। এনে চাহাবৰ সম্ভেদ কোম্পানীয়ে পালে ততালিকে সেই চাহাবক নামকাটি বিদায় দিছিল। আৰু এটা কথা উনুকিয়াই থ'ব পাৰি। বাগিচাৰ চাহাববিলাকে তেতিয়া অসমীয়া ( ভাৰতীয় ) মানুহক তেওঁবিলাকৰ আগেদি ঘোৰাত উঠি, ছাতি মেলি যাবলৈ নিদিছিল। আন কি, কিছুমান চাহাবে কৰ্ম্মচাৰীবিলাকক জোতা পিন্ধিও তেওঁলোকৰ ওচৰলৈ যাবলৈ নিদিছিল।

## গিৰ্‌মিট্‌ দিয়া বন্দৱস্ত

সময়ৰ লগে লগে বনুৱাৰ অৱস্থা উন্নত হৈ অহাত আৰু কিছুমান বনুৱাই কেই বছৰমান চাহ বাগিচাত কাম কৰি অলপ পইচা গোটাই, ঘূৰি গৈ নিজৰ দেশত থাকিবলৈ ভাল পোৱাত তেনে বনুৱাক উৎসাহ দিবলৈ, বাগিচাবিলাকত, বনুৱাক মুকলি ভাৱে বুজাই দি, তিনিবছৰীয়া "গিৰ্‌মিট্‌" (Agreement) লোৱাৰ বন্দৱস্ত হ'ল। গিৰ্‌মিট্‌ দিয়াৰ বাবে "ব'নাচ" পাইছিল। এনে বন্দৱস্তত অহা বনুৱাবিলাক সঁচাকৈয়ে তিনিবছৰৰ মূৰত দেশলৈ ঘূৰি গৈছিল। যি কি কাৰণতে নহওক, বহুত বনুৱাই আকৌ "বনাচ" লৈ, নকৈ "গিৰ্‌মিট্‌" দি বাগিচাতে থাকিছিল।

তাৰ লগে লগে "এজেঞ্চী হাউছ" বিলাকে কিছুমান বনুৱাক "ছমহীয়া" বন্দৱস্তত বাৰিষাকালত চাহ-বাগিচাত কাম কৰিবলৈ পঠিয়াইছিল। সাধাৰণতে নকৈ "বেপটাইজড্‌" হোৱা মুণ্ডা আদি ট্ৰাইবেল্‌ বনুৱাবিলাকেই ছমহীয়া বন্দৱস্তত বাগিচালৈ আহিছিল।



এইটো বন্দৱস্ত বা "গিৰ্‌মিট্‌" অৱশ্যে চৰকাৰী বিষয়াৰ আগত কৰিব লাগে। চৰকাৰে নিয়ম প্ৰণালী কটকটীয়া কৰিলে। এই বন্দৱস্তত অহা বনুৱাৰ বাগিচাত তিনি বছৰ পূৰ হ'লেই বনুৱাবিলাকক বাগিচাৰ খৰচত দেশত থোৱাই দিব লাগে। কোনো বনুৱাই বাগিচাত থাকি যাবলৈ ইচ্ছা কৰিলে, ছমাহ, বছেৰেক বা তিনিবছৰ বাগিচাত থাকিব বুলি জিলাৰ মেজিষ্ট্ৰেটৰ আগত চহী কৰি দিবগৈ লাগে।

### বনুৱাৰ দৰমহা

চাহবাগিচাত প্ৰথমতে ভাটীৰ পৰা অহা বনুৱাবিলাকক দৰ্ম্মহা কিমান দিছিল, কোনো কাগজত লিখা পোৱা নেযায়। কেই বছৰমানৰ পাচত বনুৱাক দিনে দু অনা, দহ পইচা দিয়া, মহৰী কেৰাণীক মাহে পাঁচ, দহ টকা দিয়া, এচিষ্টেণ্ট চাহাববিলাকক মাহে পয়সত্তৰ টকা দিয়া হয়। তেতিয়া আমাৰ দেশৰ চাউলৰ দাম মোণে এটকা ডেৰটকাহে আছিল আৰু সেই সময়ত চাহপাত বিক্ৰী হৈছিল, পাউণ্ডত দুই অনাৰ পৰা চৈধ্য পইচা লৈ, কেতিয়াবা কেতিয়াবা অৱশ্যে বেছি দামতো হৈছিল। তেতিয়াৰ পৰা দেশত ৰাজনৈতিক আৰু প্ৰাদেশিক ঘাত-প্ৰতিঘাতত দৰ্ম্মহাৰ নিৰিখ বাঢ়ি বাঢ়ি, মেনেজাৰ, কৰ্ম্মচাৰী আৰু বনুৱাৰ দৰ্ম্মহা পূৰ্ব্বতকৈ বেছি হৈছে। কিন্তু আমাৰ খাদ্য বস্তুৰ বেচ আকৌ তাতকৈও বেচি হৈ উঠিছে। অৱশ্যে এতিয়া বাগিচাবিলাকে, বজাৰত দাম চৰিলে, বনুৱাক মোণে ওঠৰ টকাত চাউল বাহিৰৰ পৰা কিনি আনি দিব লাগে। ইয়াৰ বাহিৰেও, লৰা-ছোৱালী স্কুলত পঢ়াৰ সুবিধা, বনুৱাই "প্ৰভিডেণ্ট ফণ্ড"ত যোগ দিয়াৰ আৰু পেঞ্চন দিয়াৰ ব্যৱস্থা কৰা হৈছে।

অসমৰ বাগিচাবিলাকলৈ, ভাৰতৰ কেউটা চুকৰ পৰাই বনুৱা অনা হৈছিল। বঙ্গদেশ, উৰিষ্যা, বিহাৰ, মধ্যপ্ৰদেশ, যুক্ত প্ৰদেশ, মাদ্ৰাজ, হাইদৰাবাদ, বোম্বাই, আদিৰ পৰা বনুৱা আহিছিল। বনুৱাৰ জাতবিলাক আছিল পান, তাতী, শৱৰ, তছা, কন্ধ, গণ্ড তাতী, কালাহাণ্ডি, ভুইয়াঁ, কৈৱী, কুমাৰ, কমাৰ, হাৰি, তেলি, মালি, বাউৰি, পানিকা, বিষাণ, মুণ্ডা বা মুৰা, চাওতাল, তুৰি, ওৰাং, চাওৰা, পৰ্জা, গধৱা, ৰাজপুত, গুৱাল, কাটনি, ডোম, চৰাল, কয়া, চমাৰ, মিৰ্জ্জা, ৰবিদাস, মুচি, থৰিয়া, টেলেঙা, ( টেলেগু আৰু মালয়ম ভাষা কোৱা ) আদি বহুতো জাতৰ মানুহ পোৱা যায়। জোলোহা জাতৰ মুছলমান বনুৱা কিছুমানো বাগানত পোৱা যায়

## বনুৱাৰ ভাষা আৰু ৰীতি-নীতি

বেলেগ বেলেগ দেশৰ বেলেগ বেলেগ জাতৰ বনুৱাবিলাকৰ ভাষাও বেলেগ বেলেগ ; দস্তুৰো বেলেগ বেলেগ আৰু স্বভাব চৰিত্ৰও বেলেগ বেলেগ। প্ৰথমতে ৰাগিচাত সকলো জাতৰ ভাষা অসমীয়া ভাষাৰে মিলি এটা সান মিহলি ভাষা হৈছিল। এই ভাষাটোক বাগিচাৰ চাহাববিলাকে 'কুলি বাট' অৰ্থাৎ বনুৱাৰ ভাষা বুলিছিল। পাচলৈ, প্ৰথমতে অহা বনুৱাসকলে, ওচৰত অসমীয়া মানুহবিলাকৰ লগত সমিল-মিল হৈ, নিভাঁজ অসমীয়া কবলৈ ধৰিলে। আনকি, তেওঁবিলাকৰ মতা মানুহবিলাকে, কাম কৰোতে অসমীয়া মানুহৰ দৰে গামোছা আৰু চেলেঙৰ পাগুৰি মাৰিবলৈ ধৰিলে, আৰু তেওঁবিলাকৰ তিৰোতাবিলাকে ৰিহা-মেখেলা পিন্ধিবলৈ শিকিলে। অৱশ্যে পাচত নকৈ অহা বিলাকে—শাৰী আৰু মেখেলা —দুই বিধকে পিন্ধে। আগতে অহাবিলাকে অসমীয়া মানুহৰ দৰে, কেৰু আৰু মণি পিন্ধিহে পূজা বা কোনো পৰবলৈ যায়। সাধাৰণতে এই তিৰোতাবিলাকে হাতত দহ-বাৰ যোৰা বালা পিন্ধে, ডিঙিত টকা-পইচাৰ চাকলি পিন্ধে, ভৰিত ৰূপৰ পয়ৰা ( নেপুৰ ), আঙুলিত সস্তীয়া আঙঠি, নাকত নাকফুল আৰু কপালত ৰূপৰ কপালি পিন্ধে।

বনুৱাবিলাকৰ জাতে জাতে দস্তুৰ বেলেগ। বঙ্গদেশৰ বনুৱাবিলাকে "কৃষ্ণ লীলা," "ঝুমুৰ নাচ" আৰু "মনসা পূজা" কৰে। মনসা পূজা কৰা বনুৱাবিলাকে কেতিয়াও সাপ নেমাৰে। আন আন ঠাইৰ বনুৱাবিলাকেও "ঝুমুৰ নাচ"ত যোগ দিয়া দেখা যায়। এওঁবিলাকে মাঘৰ বিহুত "তুসু-পূজা" কৰে আৰু মেজিও পোৰে—অৱশ্যে অসমীয়াৰ পৰা শিকিছে। উৰিষ্যা আৰু বিহাৰৰ ( সম্বলপুৰৰ ) বনুৱাৰ তিৰোতাই লঘোনে থাকি, পুৱাতে "ঊষা-পূজা" কৰে। পুৰুষ বনুৱাবিলাকে তেওঁবিলাকৰ দেশত ( উড়িষ্যা, সম্বলপুৰ ) চলা পুৰাণ, মহাভাৰত, ৰামায়ণৰ একো একোটা কাহিনী ৰং-বিৰং পোচাক পিন্ধি, মূৰত মুকুট আৰু মুখত মুখা পিন্ধি, তেওঁবিলাকৰ দেশীয় বাজানা বজাই যাত্ৰাৰ দৰে "ভাৱনা" কৰে। মুণ্ডা, চাওঁতাল, কিষাণ আদিয়ে ঢোল বজাই গীত গাই, মতা-তিৰোতাই মিহলি হৈ নৃত্য কৰে। কোনে বেছি গীত গাব আৰু নাচিব পাৰে ইয়াকে লৈ তেওঁলোকৰ ভিতৰত অৰিয়া-অৰি হয়। এইদৰেই পানিকা আদি প্ৰত্যেক জাতেই নৃত্য গীত কৰে। এই নাচ গীত আৰু "ঝুমুৰ নাচ" শনিবাৰ-দেওবাৰৰ বাহিৰেও প্ৰায়ে গধূলি একো



একো ঘৰত হয়। বনুৱাবিলাক যেনে পৰিশ্ৰমী তেনে ৰঙিয়াল। কোৱা বাহুল্য এই নাচ-গীত চলোতে তেওঁবিলাকে যথেষ্ট "লাওপানী" খায়। ফাকুৱা সকলো বনুৱাই পালন কৰে। আন কি খৃষ্টান "বনুৱাবিলাককো ফাকুৱাত যোগ দিয়া দেখা যায়। কেইটামান জাতিৰ বাহিৰে, প্ৰায় সকলো বনুৱাই "কৰম পূজা" ভাদ মাহত, কেতিয়াবা আহিন-কাতিতো, কৰে। পাঁচজনী বা সাতজনী কুমাৰী ছোৱালীয়ে সাদিনলৈ লঘোনে থাকি বা ব্ৰত কৰি পূজাৰ আয়োজন কৰে। পূজাৰ দিনা সেই তিৰোতা সকলোৱেই "কৰমৰ গীত" গাই গাই মাজতে "কৰম গছৰ" ডাল এটা থাপনা কৰি ঘূৰি ঘূৰি গোটেই ৰাতি নাচ কৰে, আৰু থাপনাত থোৱা কৰম ডালটো পুৱা বাজনা বজাই নি, নৈ বা পুখুৰীত উটুৱাই দিয়েগৈ। "কৰম পূজাত" গীত গাবলৈ আৰু নাচিবলৈ, ডেকা-গাভৰুবিলাকে এমাহমানৰ আগৰে পৰাই আখৰা কৰে। আমাৰ "সত্য নাৰায়ণ" পূজাৰ যি উদ্দেশ্য, এই কৰম পূজাৰো সেই একেই উদ্দেশ্য। অৰ্থাৎ "ধনং দেহি, পুত্ৰং দেহি, সম্পত্তিং দেহিং।" এই পূজা ভাগ বনুৱাবিলাকে বৰ আন্তৰিকতাৰে কৰে। তেওঁলোকে আহাৰ-শাওণ মাহত "গৰম পূজা" কৰে—তেওঁবিলাকৰ বেমাৰ আদি নহ'বলৈ আৰু বাগিচাত বেচিকৈ পাত হ'বলৈ।

বনুৱাবিলাকে দেও-ভূত বৰকৈ মানে। দেও-ভূতক সন্তুষ্ট কৰিবলৈ বৰ গছ বা আহঁত গছৰ তলত আৰু তিনি আলিত বা চাৰি আলিত কুকুৰা, ছাগলী, গাহৰি কাটি পূজা কৰে।

১৯২৫ চনতে বনুৱাবিলাকৰ আগ্ৰহ দেখি, যোৰহাটৰ চেনিমৰা বাগানত, কৰ্ম্মচাৰী ৺লৰনাথ ৰাজখোৱা, শ্ৰীকমল চন্দ্ৰ গোস্বামী আৰু লিখকে কিছুমান বনুৱাক অসমীয়াৰ গায়ন-বায়ন শিকাই অসমীয়া "ভাৱনা" কৰিবলৈ দিয়ে। সেই বনুৱাবিলাকে অসমীয়া মানুহৰ সমাজ ল'বলৈ ওচৰত থকা সত্ৰবিলাকত-আনকি গড়মূৰ, আউনী-আটী, কুৰুৱাবাঁহী সত্ৰত শৰণ লয়। ইয়াৰ পাচত শিৱসাগৰ, যোৰহাট, গোলাঘাটৰ বহুতো বাগিচাৰ আৰু "বস্তি"ৰ গাৱঁৰ বনুৱাই এই গায়ন-বায়ন গাই "ভাৱনা" কৰিবলৈ লয়। আনকি, কিছুমান বাগিচাৰ বনুৱাই বহাগৰ বিহুত কীৰ্ত্তন আদি দি হুচৰি গায়।

বনুৱাবিলাকৰ জাতে জাতে বিয়া-বাৰু কৰাৰ দস্তুৰ অলপ বেলেগ। আমাৰ ছোৱালীক আঙঠি পিন্ধোৱাৰ দৰে, বনুৱাবিলাকৰ ছোৱালীৰ কপালত

সেন্দুৰ দিয়া কথাটো অতি প্ৰয়োজনীয়। ছোৱালীৰ কপালত সেন্দুৰ দিলেই, সেন্দুৰ দিয়া ল'ৰাই সেই ছোৱালী বিয়া কৰিবই লাগিব। ছোৱালীৰ গা-ধন দিয়া, আৰু ছোৱালীৰ ঘৰত ভোজ খাবলৈ চাউল আদি আৰু "লাওপানী" দিয়া সাধাৰণ নিয়ম। কাপোৰ আদিতো ছোৱালীক দিবই লাগিব। কোনোবাই ছোৱালীৰ কপালত সেন্দুৰ দি বিয়া নকৰিলে, সেই ছোৱালীৰ পাচত বিয়া হওঁতে গা-ধন কমি যায়। এওঁবিলাকে বাল্য-বিবাহো পাতে। আজিকালি চৰকাৰী আইনৰ বাবে বাল্য-বিবাহ বন্ধ হৈছে। এওঁবিলাকৰ ছোৱালীলৈ "ঘৰ জামাই" অৰ্থাৎ জোঁৱাই চপাই লোৱা দস্তুৰো আছে, আৰু বিধবা-বিবাহো আছে। উল্লেখ কৰিব লগীয়া যে আজিকালি পুৰণি বনুৱাবিলাকে অসমীয়া মানুহৰ দৰেই জোৰোণ দিয়া, দিন চাই বিয়া-পতা প্ৰথা প্ৰচলন কৰিছে।

বহুতো সময়ত দেখা যায় লৰা ছোৱালীয়ে নিজে নিজে মিল হৈ বিবাহ সূত্ৰত আৱদ্ধ হয়। একে জাতৰ লৰা-ছোৱালী হলে বেছি পইচা লৰাই ভৰিব নেলাগে। লৰাটো যদি বেলেগ জাতৰ হয়, তেতিয়া লৰাটোৱে বহুত পইচা ভৰিবলগীয়া হয়। কিন্তু মুণ্ডা, চাওঁতাল, চাওৰা, ওৰাং আদি জাতৰ ছোৱালী নিবলৈ হলে লৰাটোৱে প্ৰায় চাৰিগুণ পইচা ভৰিবলগীয়া হয়।

কিন্তু প্ৰত্যেকখন বিয়াৰ লৰা-ছোৱালীয়ে বাগিচাৰ অফিচত "খুছিমতে" বিয়া হৈছো বুলি 'বিয়াৰ বহী'ত চহী কৰেহি। এয়ে বনুৱাবিলাকৰ বিয়াৰ জানিবা 'ৰেজিষ্ট্ৰেশ্যন'। তেতিয়া বাগিচাৰ মেনেজাৰসকলে লৰা-ছোৱালী হালক কাপোৰ উপহাৰ দি তেওঁবিলাকৰ শুভ কামনা কৰে। আজিকালি অৱশ্যে এই দস্তুৰটো কমি আহিছে।

## বনুৱাৰ খাদ্য

বনুৱাবিলাকে খোৱা-লোৱা,—ভাত-পানী মাছ-মঙহ, শাক-পাত আদি—সাধাৰণ ভাৱেই কৰে। কেৱল যুক্ত প্ৰদেশৰ পৰা অহা চমাৰ জাতৰ বনুৱা-বিলাকেহে ভাতৰ সলনি আটাৰ ৰুটী ( চাপাটি ) খোৱা দেখা গৈছিল। এতিয়া এওঁবিলাকেও ভাতকে খায়। গুৱালা, তছা, ৰাজপুত, পানিকা আদি কেইটামান জাতৰ বনুৱাৰ বাহিৰে বাকীবিলাক জাতৰ বনুৱাই নিজকে হিন্দু বুলি চিনাকি



দিয়ে যদিও গৰু গাহৰি খায়। [redacted] চাওৰা, গধবাবিলাকে সাপৰ মঙহো খায়। চাওৰাবিলাক জীয়াই জীয়াই সাপ ধৰাত বৰ পাকৈত। তেওঁবিলাকে আনকি ফেটী সাপো জীয়াই জীয়াই ধৰি আনে।

## বনুৱাৰ স্বভাৱ

বনুৱাবিলাক অসমীয়া মানুহৰ সমাজত সোমাই পৰিছে। হাবিৰ আলু খানি আনি খোৱা কিছুমান বনুৱাৰ বৰ চখ,— বিশেষকৈ খাৰিয়া জাতিৰ। কিছুমান জাতৰ বনুৱাই সদাই গা-ধোৱে। কিছুমান জাতৰ বনুৱাই দেওবাৰেহে গা ধোৱে। দুই এক জাতৰ মানুহে কোনো পৰবত, ছমাহত বা বছৰৰ মূৰত এদিন গা ধুইছিল। আজিকালি, বিশেষকৈ পুৰণি বনুৱাবিলাকে সদায় গা ধোৱে। কিছুমান জাতৰ বনুৱাৰ আপোনপেটীয়া স্বভাৱ বৰ উগ্ৰ। বাগিচাত বা হাবিত কোনোবাই ধেনুৰে চৰাই মাৰিলে, হাবিতে জুই একুৰা ধৰি চৰাইটো পুৰি তাতে খাই পেলায়। কিয়নো ঘৰলৈ আনিলে সেই চৰাইৰ ভাগ ঘৰৰ মানুহবিলাককো দিব লাগিব। আজিকালি অৱশ্যে বনুৱাৰ এনে স্বভাৱবিলাক আঁতৰিছে। কিন্তু এইটো দস্তুৰ এতিয়াও বহুতো বনুৱাৰ মাজত আছে; সেইটো হৈছে পইচা বা বস্তু ভৱিষ্যতলৈ—বুঢ়া কালত খাবলৈ বা লৰা-ছোৱালীয়ে খাবলৈ—সাঁচি থব নোখোজে। মনৰ ভাৱ হৈছে—মই মৰিলে মোৰ পইচা কোনে খাব। সেই বাবে এতিয়াও বহুতো বনুৱাই চৰকাৰে উলিওৱা ভৱিষ্যত—নিধিত (প্ৰভিডেণ্ট ফাণ্ড) যোগ দিবলৈ বৰ টান পায়। অৱশ্যে এই ভাৱ ক্ৰমান্বয়ে পৰিবৰ্ত্তন হবলৈ ধৰিছে।

সাধাৰণতে বনুৱাবিলাকৰ মন লৰা-ছোৱালীৰ দৰে সৰল। কোনোবা জ্ঞানীয়ে ভাল পথ দেখুৱাই মনত লগাকৈ ক'ব পাৰিলে বনুৱাবিলাকে ততালিকে সেই ভাল কথা সাৰোগত কৰি লয়। ল'ৰা-ছোৱালীৰ দৰে বনুৱাৰ মনবিলাক কোমল আৰু সৰল হোৱাত, যেয়ে যেনেকৈ পাৰে, তেনেকৈ বনুৱাবিলাকক বলাই লৈ যাব পাৰে।

## বনুৱাৰ অশৌচ

লৰা-ছোৱালী জন্ম হ'লে কিম্বা ঘৰত মানুহ মৰিলে, বনুৱাবিলাকৰ প্ৰায় আটাইবিলাকেই সাদিন বা ন-দিন অশৌচ পালন কৰে। মৰা অশৌচত লঘোনে

থাকি তিনি দিনৰ দিনা "তিতা ভাত" অৰ্থাৎ পঁইতা ভাত খায়। অশৌচ থকা কেইদিনত কোনো নাচ-গীতত যোগ নি'দয়। [redacted]।

বনুৱাবিলাকে মৰা মানুহৰ গাত, নতুন কাপোৰ দি সন্মানেৰে মৰা শটো পুতি থয়। কিন্তু চাওৱা জাতৰ বনুৱাই খৰি দি শ-টো পুৰি পেলায়। চাওৰা বনুৱাবিলাকে খৰি দিয়া ঠাইত, সদায় কিছুমান খৰি কাটি গোটাই থয়, যাতে সময়ত খৰি গোটোৱৰ আহুকাল নহয়।

## "গান্ধী অৱতাৰ"

বনুৱাবিলাকে ১৯২১। ২২ চনত অসমীয়া মানুহৰ গাওঁবিলাকত অসহযোগ আন্দোলনৰ সভা-সমিতিবিলাক দেখি আৰু হাট-বজাৰত আন্দোলনৰ স্বেচ্ছাসেৱকসকলক (ভলণ্টিয়াৰ) লগ পাই মহাত্মা গান্ধীৰ কথাবিলাক শুনিবলৈ পায়। হাট-বজাৰত মহাত্মাৰ "আধা নঙঠা" (ইংৰাজসকলৰ মতে) ছবি দেখি, শুনিবলৈ পালে, ইংৰাজ চৰকাৰেও মহাত্মা গান্ধীলৈ ভয় কৰিছে বুলি আৰু শুনিলে যুদ্ধ-বিগ্ৰহ নকৰাকৈয়ে, মুখৰ কথাৰেই ভাৰতৰ পৰা ইংৰাজক খেদাব বুলি। সৰল মনৰ বনুৱাবিলাকে ধৰি ললে, যুদ্ধ নকৰাকৈয়ে প্ৰবল প্ৰতাপী ইংৰাজবিলাকক খেদিবলৈ ওলোৱা মহাত্মা গান্ধী মানুহ নহয়, ঈশ্বৰৰ অৱতাৰ।

বনুৱাই মহাত্মাক নাম দিলে "গান্ধী অৱতাৰ।" বাগিচাৰ চাহাবসকলে যেতিয়া বনুৱাক "গান্ধীৰ" নাম নলবলৈ ক'লে আৰু "গান্ধী টুপি" পিন্ধা ভলণ্টিয়াৰবিলাকক বাগিচাত সোমাবলৈ নিষেধ কৰিলে, অথচ অসমীয়া মানুহবিলাক গান্ধীৰ নামত বলীয়া, তেতিয়া সৰল মনৰ বনুৱাবিলাকে ঠিৰাং কৰি ল'লে, চাহাবসকলে গান্ধীৰ কথাতেই ইমান ভয় কৰিছে যেতিয়া সঁচাকৈয়ে গান্ধী ঈশ্বৰৰ অৱতাৰ। তাতে ওচৰৰ জিলাবিলাকত ডাঙৰ ডাঙৰ মানুহে "গান্ধীৰ" নাম লৈ ফাটেকলৈ যোৱা দেখি "অৱতাৰৰ" কথাটো বনুৱাৰ মনত দৃঢ় হ'ল। কোনো কোনো ঠাইত শুনা গৈছিল, শ্ৰীকৃষ্ণৰ ছবিৰ দৰে, গান্ধীৰ ছবি আনি ঘৰৰ চুকত থৈ, লৰা-ছোৱালীৰ বেমাৰ ভাল হ'বলৈ পূজা কৰিছিল।

দেশত "অসহযোগ আন্দোলন" যিমান প্ৰবল হ'ল, বনুৱাবিলাকেও মহাত্মা গান্ধীক সিমান ভক্তি কৰা হ'ল। যোৰহাটলৈ মহাত্মা গান্ধী আহোঁতে বহুতো



চাহ গছ কলম কৰা হৈছে।

বন্নুৱাই মহাত্মাক দৰ্শন কৰিবলৈ দলে বলে জিলালৈ আহিছিল। মুঠতে বন্নুৱা-বিলাকৰ মনত মহাত্মাৰ কথা দকৈ থিতাপি ল'লে।

## দ্বিতীয় মহাযুদ্ধ

১৯৩৯ চনত দ্বিতীয় মহাযুদ্ধ বিয়পি পৰিল। এই যুদ্ধত ভাৰতে যোগ দিব নেলাগে বুলি কোৱাত, ভাৰতৰ সকলো ঠাইৰে অসহযোগ আন্দোলনৰ ঘাই ঘাই কৰ্ম্মী সকলক চৰকাৰে ফাটেক দিলত, বাহিৰত কংগ্ৰেছৰ সভা-সমিতি বিলাক আগৰ দৰে নোহোৱা হ'ল, তাতে চাউল আদিৰ দাম অতিপাত চৰিলত সাধাৰণ মানুহে বিশেষকৈ বন্নুৱাবিলাকে আন্দোলনৰ কথাতকৈ পেটৰ চিন্তাতহে ব্যস্ত হ'ব লগীয়া হ'ল।

ভাৰতীয়বিলাকে ব্ৰহ্মদেশৰ পৰা পাটকাই পৰ্ব্বত পাৰহৈ, আমাৰ ডিগবৈ আৰু ডিমাপুৰলৈ পৰ্ব্বত, নৈ, হাবি-বন ভাঙি আহিবলৈ ধৰিলে। জাপানীবিলাক কহিমালৈকে আহিছিল। তেতিয়া চৰকাৰৰ নিৰ্দ্দেশত, অসমৰ চাহ কোম্পানাৰ বাগিচাবিলাকে, ততাতৈয়াকৈ শ শ বন্নুৱা, কৰ্ম্মচাৰী, ডাক্তৰ, লৰী আদিৰ সহায় দি, সৈন্য-সামান্ত যাবলৈ আৰু ব্ৰহ্মৰ ভাৰতীয়সকল আহিবলৈ, মণিপুৰৰ পৰা ব্ৰহ্মৰ টাম্মুলৈ আৰু ডিগবৈয়েদি চীন দেশলৈ দুটা ডাঙৰ আলি বন্ধালে। অৱশ্যে সেই আলি দুটাত কাম কৰিবলৈ যোৱা বন্নুৱাবিলাকক খোৱা-লোৱাৰ উপৰিও দুগুণ-তিনি গুণ দৰ্ম্মহা দিছিল। দুয়োটা বাটেদি প্ৰায় ২,২০,০০০ মানুহ ( চৰকাৰী হিচাপ ) অসমেদি ভাৰতৰ আন আন ঠাইলৈ গৈছিলহি। এনেদৰে অহা বহুতো মানুহে বাটতেই প্ৰাণ হেৰুৱাইছিল।

## স্বাধীন ভাৰত

১৯৪৭ চনৰ ১৫ আগষ্টত ভাৰতে স্বাধীনতা পোৱাৰ পাচত দেশৰ আইন-কানুন, কথা-বতৰা বহুতো সাল-সলনি হ'ল। স্বাধীন ভাৰতত, চৰকাৰে আগৰ ট্ৰেডইউনিয়নবিলাকৰ বহুতো নিয়ম-কাৰণ বদলাই, বন্নুৱাৰ সৰ্ব্ব-প্ৰকাৰ উন্নতিৰ কাৰণে মন দিলে।

আন আন চাহ কোম্পানীয়ে আৰু চৰকাৰে বন্নুৱাৰ হিত-সাধনৰ ( welfare ) কাম আৰম্ভ কৰাৰ আগতেই, ততালিকে "যোৰহাট টি কোম্পানীয়ে

ঘাই ঠাই চেনিমৰাত "হিত-সাধন কমিটি" ( Welfare Committee ) এখন গঠন কৰিলে। এই কমিটি খনত ডাক্তৰ চাহাব ( Dr. Hasselblad)ক লৈ কেইজনমান বেছা বছা মেনেজাৰক ল'লে। ( এই কমিটি খনত লিখকো মেম্বাৰ আছিল ) আৰু বাগিচাই বাগিচাই একো একোখন বনুৱাৰ সৈতে "হিত-সাধন কমিটি" গঠন কৰিলে। "স্কাউটিঙত" (Scouting) পাৰ্গত এজন ৰেল্—ফেৰাৰ অফিচাৰ ল'লে, "হিত-সাধনৰ" কামবিলাক চলাবলৈ। "যোৰহাট টি কোম্পানী"য়ে হস্পিতালবিলাকৰ অৱস্থা উন্নত কৰি, একো একোটা মাতৃ-মঙ্গল কেন্দ্ৰ ( Maternity ward ) স্থাপন কৰিলে। "মেলেৰীয়া নিয়ন্ত্ৰণৰ ব্যৱস্থা আগৰে পৰাই আছিল। তাৰ লগতে, ভালমতে খোৱা-পিন্ধা কৰা, চাফ-চিকণকৈ থকা, নিয়মমতে পইচা খৰচ কৰা, লাও পানী খোৱাটো কম কৰা, বাৰীত শাক পাছলিৰ খেতি কৰা, ঘৰত হাঁহ-কুকুৰা, গৰু পোহা, ল'ৰা-ছোৱালী বাগিচাৰ স্কুলত পঢ়ুৱা ইত্যাদিৰ শিক্ষা "ৰেল্-ফেৰাৰ অফিচাৰৰ" হতুৱাই দিয়াবলৈ আৰম্ভ কৰিলে। কমিটিয়ে এই লিখকৰ হতুৱাই "আমাৰপাঠ" নামৰ এখন অসমীয়াৰ আদি পাঠ লিখোৱাই, সৰু ল'ৰা-ছোৱালীয়ে বুজাকৈ "হিত-সাধনৰ" পাঠবিলাক এই কিতাপতে প্ৰস্তুত কৰোৱাই দিয়ালে। ইয়াৰ অলপ দিনৰ পাচতে অসমৰ সকলো চাহ কোম্পানীৰ বাগিচা বিলাকে এই দৰেই বনুৱাৰ হিত-সাধনৰ কামবিলাক হাতত ল'লে আৰু চৰকাৰৰ অনুমোদন মতে কংগ্ৰেছৰ ফালৰ পৰা, বনুৱাক সকলো প্ৰকাৰে সহায় কৰিবলৈ "আই, এন, টি, ইউ চি" বনুৱা সংঘ স্থাপন কৰি, বাগিচাই বাগিচাই কাম কৰিবলৈ বনুৱাৰ সঙ্ঘ পাতিলে।

### বনুৱা সঙ্ঘ

বনুৱা সঙ্ঘৰ যত্নতে, বনুৱাৰ কামৰ নিৰিখ, দৰ্মহাৰ নিৰিখ, প্ৰভিডেণ্ট ফণ্ড, প্ৰথম দোষতে বনুৱাক কামৰ পৰা বৰ্খাস্ত কৰিব নোৱাৰা বিধি, বন্ধা ছুটীৰ নিয়ম, বছেৰেকীয়া বনাচ আদি পোৱাৰ নিয়ম চৰকাৰী আইনেৰে কৰা হ'ল।

### অসমত বনুৱা

আগতে কৈ আহিছো যে বনুৱা বিলাকৰ মন, লৰা-ছোৱালীৰ দৰে সৰল আৰু সহজ। যেয়ে পাকলগাই কথা কব পাৰে, বনুৱাবিলাকৰ বহুতেই সেই পিনে ঢাল খায়। আমাৰ কিন্তু দৃঢ় বিশ্বাস যে সমাজ সেৱী এদল কৰ্ম্মীয়ে নিস্বাৰ্থভাৱে বনুৱাৰ মাজত কাম কৰিলে, বনুৱাবিলাকৰ নিশ্চয় সামাজিক উন্নতি হ'ব।



নিগাজীকৈ পুৰুষে পুৰুষে থকা বনুৱাবিলাকে সদায়ে অসমীয়া সমাজত সোমাবলৈ চেষ্টা কৰা দেখা যায়। তেওঁবিলাকে আজিকালি লৰা-ছোৱালীবিলাকৰ নাম বিলাকো ওচৰৰ গাৱঁৰ মানুহৰ দৰেই দি লৈছে; যেনে,—গেৰেলী, গেৰেলা, ফেদেলা, কলিমন, ধনেশ্বৰী, মনেশ্বৰী, ৰহিলা, সেন্দুৰী, কন, কনটি, ভাদৈ, বহাগী, ফুলেশ্বৰী, গোলাপ, গোলাপী ইত্যাদি।

বনুৱাসকলৰ প্ৰতি চেনেহ যাছিব পাৰিলেই অনতিপলমে এই বনুৱাবিলাক আমাৰ মাজত সোমাই পৰিব। অসমৰ বতাহ-পানী খাই, আমাৰ মাজতে ডাঙৰ-দীঘল হোৱা, বনুৱাসকল আমাৰেই বাই-ভনী, আমাৰেই ভাই-ককাই।

---

## দ্বিতীয় খণ্ড।

### ( বনুৱাৰ আতি-গুৰি )

আজি এশ বছৰ ধৰি অসমৰ চাহ বাগিচালৈ অহা আমাৰ বনুৱা ভাইসকল —ভাৰতৰ আদিম জাতিৰ সতি-সন্ততি। এই আদিম জাতিবিলাকৰ বহুতেই শতাব্দীৰ পিছত শতাব্দী, আৰ্য্য, কোল, দ্ৰাবিড় জাতিৰ তেজ মিহলি হৈ গঠন হৈ আহিছে। জাতি-বিজ্ঞানৰ পণ্ডিতসকলে কয়, এই বাবেই আমাৰ দেশত অসংখ্য জাতি উদ্ভৱ হ'ল।

অতি অতীজতে, ভাৰতৰ নাম আছিল—জম্বু দ্বীপ। পণ্ডিতসকলে কয়, অতি প্ৰাচীন কালত, আৰ্য্যসকল ভাৰতলৈ অহাৰ বহুতো আগতে দক্ষিণ এছিয়াৰ পৰা এখন মহাসাগৰে ভাৰতখন বেলেগাই থৈছিল। সময়ত সেই মহাসাগৰৰ বুকুতেই পৃথিবীৰ সৰ্ব্ব উচ্চ হিমালয় পৰ্ব্বত উদ্ভৱ হৈ উত্তৰ এছিয়াৰ লগত ভাৰতখন লগ লগাই পেলালে।

সেই সময়তে সৰু বৰ ভূমিখণ্ডেৰে ভাৰতখন পূব-দক্ষিণেদি অষ্ট্ৰেলিয়াৰ লগত যোগ আছিল। সেইদৰেই উত্তৰ-পশ্চিমেদি ভাৰতখন আফ্ৰিকাৰ লগত যোগ আছিল।

তেতিয়া অষ্ট্ৰেলিয়াৰ ফালৰ পৰা কিছুমান মানুহ আমাৰ অসমৰ দাঁতিয়েদি মধ্য-ভাৰতলৈ গৈছিলহি। এই সকলেই "কোল" ভাষা কৈছিল। "কোল" ভাষাৰ পৰা ওলোৱা ভাষা—আজি আমাৰ খাছীয়া, মুণ্ডাৰি, হো, চাওতাল, খাৰীয়া আৰু **আন্দামানৰ** মানুহ আদিয়ে কয়। অৱশ্যে, পাচত এই পিনেদিয়েই মঙ্গোলীয়ান ভাষা কোৱা লোক সকলো আহিছিল।

সিপিনে, উত্তৰ পশ্চিমেদি আফ্ৰিকাৰ ফালৰ পৰা অহা লোক সকলে দ্ৰাবিড়ী ভাষা কৈছিল। বেলুচিস্থানত থকা ব্ৰাহ্‌নি ( Brahni ), তামিল, টেলেগু, কোন্দ ( Khond ) আৰু ওৰাং আদি ভাষাবিলাক দ্ৰাবিড়ী ভাষাৰ পৰা ওলোৱা বুলি কয়।

কালক্ৰমত, ভাৰতখন পূব-পশ্চিমৰ সাগৰে অষ্ট্ৰেলিয়া আৰু আফ্ৰিকাৰ পৰা বেলেগ কৰি পেলালে।

ভাৰতলৈ অহা সেই জাতিবিলাক—ভাৰতৰ অৰ্থাৎ জম্বু-দ্বীপৰ আদি মানুহবিলাকৰ লগত জাপ খাই পৰিল।

ইয়াৰ পাচত খ্ৰীষ্ট জন্মৰ বহু শতাব্দীৰ আগত উত্তৰ মেৰুৰ ফালৰ পৰা আৰ্য্য জাতি ভাৰতলৈ আহে। তেতিয়া ভাৰতত দুটা জাতি হ'ল—আৰ্য্য আৰু অনাৰ্য্য। ভাৰতৰ আদিম বাসীবিলাকক আৰ্য্যৰ সন্ততি নহয় বুলি আৰ্য্যসকলে তেওঁবিলাকক অনাৰ্য্য আখ্যা দিলে।

জয় জয়ে, আৰ্য্যসকলে কৰ্ম্ম অনুযায়ী তেওঁবিলাকৰ ভিতৰত ব্ৰাহ্মণ, ক্ষত্ৰিয় বৈশ্য আৰু শূদ্ৰ জাতি বুলি চাৰি জাতিত ভাগ কৰিলে। নৃতত্বৰ পণ্ডিতসকলে কয়, এই শূদ্ৰ জাতিৰ ভিতৰত কিছুমান আদিম জাতিও সোমাই পৰিল।

কালক্ৰমত এই আৰ্য্য অনাৰ্য্যসকল একেলগে বস-বাস কৰোতে বিয়া-বাৰুৰ যোগেদি তেওঁবিলাকৰ তেজ মিহলি হৈ অসংখ্য জাতি আবিৰ্ভাব হ'ল।

এইদৰে মিহলি হওঁতেই আৰ্য্যই অনাৰ্য্যৰ আৰু অনাৰ্য্যই আৰ্য্যৰ পূজা-পাতল দয়-দস্তুৰ আদি উভয়েউভয়কলৈ এক ভাৰতীয় জাতি হৈ পৰিল। ভাৰতৰ পশ্চিমৰ মানুহবিলাকে পঞ্জাবৰ সিন্ধু নৈৰ পূবৰ মানুহবিলাকক "হিন্দু" আখ্যা দিলে। তেতিয়াৰেপৰা এই দেশৰ মানুহ, জগতত "হিন্দু" বুলি জনাজাত হয়।



ভাৰতত বাস কৰা আদিম জাতি কেইটাই এইদৰেই বিয়া বাৰুত তেজৰ মিহলি হৈ তেওঁবিলাকৰ ভিতৰতে নতুন নতুন নামৰ জাত উদ্ভব হ'ল। নৃতত্ব আৰু দেহ বিজ্ঞানৰ পণ্ডিতসকলে ভাৰতৰ এই আদিম লোক সকলক তেওঁবিলাকৰ ভাষাৰ গুৰি ধৰি,—দুই জাতিত বিভক্ত কৰিছে—কোলভাষা কোৱা (Kolarian) জাতি, দ্ৰাবিড়ী ভাষা কোৱা (Dravidian দ্ৰাবিড়ী জাতি।

অৱশ্যে পাচত এই মানুহবিলাকে ভাৰতৰ বেলেগ অংশত বাস কৰোতে, তেওঁবিলাকৰ ঘাই কথা কেইটামান জাতিগত হিচাবে ৰাখি, সেই ঠাইৰ দয়-দস্তুৰ আনকি আঞ্চলিক ভাষাৰ শব্দলৈ তেওঁবিলাকৰ ভাষা কোৱা শুনা যায়। এই বাবেই তেওঁবিলাকৰ ভাষাবিলাকত বহুতো সংস্কৃত প্ৰাকৃত শব্দ পাওঁ। তাৰ উপৰিও, তেওঁবিলাকৰ কিছুমান জাতে আৰ্য্যৰ দৰে চন্দ্ৰ বংশী, সূৰ্য্য বংশা বুলি পৰিচয় দিয়া পাওঁ।

এই খিনিতে কৈ থোৱা উচিত যে 'কোল' ভাষাৰ গুৰি পণ্ডিতসকলে অষ্ট্ৰিক (Austric) বা "আষ্ট্ৰিক-এছিয়া" (Austric-Asiatic) ভাষা বুলি কয়। মুণ্ডা, মনমেম্, খাছিয়া আৰু নিকোবৰি (Nicoborese) ভাষাবিলাক—ওপৰত কোৱা "অষ্ট্ৰিক" ভাষাৰেই বংশ বুলি কয়।

কিছুমান পণ্ডিতে কয় দ্ৰাবিড়ী ভাষালৈ ভাৰতৰ আদিম ভাষা। এইদৰে ধৰিলে, আফ্ৰিকাৰ ফালৰ পৰা অহা আদিম জাতিৰ মানুহবিলাক ভাৰতৰ দ্ৰাবিড়ী ভাষা কোৱা মানুহৰ লগত জিন্ গ'লহি।

জগতৰ আদি মানুহৰ দৰেই আদিম জাতৰ মানুহবিলাকে, ভাৰতলৈ আৰ্য্যবিলাক অহাৰ আগতে, চিকাৰ কৰি চৰাই, পশু খাই হাবি-বননিত ঘুৰি ফুৰিছিল। তেতিয়া, তেওঁবিলাকে কোনো উজ্জ্বল বা ডাঙৰ পৰ্ব্বত, শিল, গছ, নৈ আদিত দেও আছিল বুলি বিশ্বাস কৰিছিল। সেইবিলাকক তেওঁবিলাকে পূজা-পাতল দিছিল। এই দস্তুৰ এতিয়াও তেওঁবিলাকে একেবাৰে এৰি পেলাব পৰা নাই।

আৰ্য্যৰ লগত সংঘৰ্ষ যি কি কাৰণতে নহওক, আৰ্য্য-সকলে নিজ নিজ বংশৰ গুৰিত কোনো ঋষিৰ নামত গোত্ৰ লোৱাৰ দৰে, বহুতো আদিম জাতিয়েও

তেওঁবিলাকৰ বংশৰ গুৰি কোনো জন্তু, কোনো চৰাই, কোনো গছ, আদি ধৰি লৈ, সেই বস্তুৰ নক্সা (Totem), নিজৰ গাত আঁকি লয়। আৰ্য্যসকলে যেনেকৈ একে গোত্ৰতে বিয়া বাৰু নকৰে, সেই দৰে এওঁবিলাকেও এনে নক্সাৰ মিল (Totem) থকা মানুহৰ লগত বিয়া বাৰু নকৰে। তেওঁবিলাকে নিজৰ গোত্ৰ বা গুৰি ধৰা বস্তুক বা জন্তুক কেতিয়াও বধ বা নষ্ট নকৰে। কিছুমান মুণ্ডাই "কাছক" [মুণ্ডাৰী ভাষাত "হৰ"ক] তেওঁবিলাকৰ বংশৰ গুৰি বুলি কেতিয়াও কাকচ (Tortoise) বধ নকৰে।

### পঞ্চায়ত

সকলো আদিম জাতিয়ে নিজৰ জাতৰ ভিতৰত একোখন "পঞ্চায়ত" গঠন কৰি লয়। গাওঁখনৰ দন্দ কাজিয়া, পূজা পাতল আদি সকলো সামাজিক কথা তেওঁবিলাকৰ "পঞ্চায়তে" বিচাৰ কৰি দিয়ে। এই বাবেই চাহ-বাগানত, মেনেজাৰ সকলে, প্ৰত্যেক জাতৰ পঞ্চায়তক তেওঁবিলাকৰ সামাজিক কথা বিচাৰ কৰিবলৈ দিয়ে। বিচাৰৰ "ৰায়" উগ্ৰ হ'লেহে মেনেজাৰসকলে "পঞ্চায়ত"ক আকৌ বিবেচনা কৰি চাবলৈ কয়।

### বনুৱাৰ বিষয়ে পুথি

ভালে কেইজন পণ্ডিতে চাৰ হাৰ্বাত ৰিছলে (Sir Herbert Risley), আৰ, ভি, ৰেছেল (R. V. Ressel), ডবলিও, ক্ৰুক (W. Crook), ই-থৰষ্টন (E. Thurston), এছ, চি, ৰয় (S. C. Roy), চাৰ গেইট (Sir Gait)—এই আদিম জাতিবিলাকৰ ভাষা, চাল-চলন আৰু দয়-দস্তুৰৰ বিষয়ে বিশদ আলোচনা কৰি কিতাপ লিখিছিল।

এই আদিম জাতিবিলাকে হালবাই বা কোৰ মাৰি খেতি কৰা ব্যৱসায়টো সকলো ব্যৱসায়তকৈ ওপৰ জ্ঞান কৰে। কমাৰ, কুমাৰ, মুচি আদিৰ ব্যৱসায় কৰা জাততকৈ খেতি কৰি খোৱা জাতবিলাকক উচ্চ বুলি ভাবিছিল। অৱশ্যে, কিছুমান আদিম জাতিয়ে আমাৰ নগাসকলৰ দৰে ডাঠ হাবিত আৰু পৰ্ব্বতত "জুম" খেতি কৰি, হাবিয়ে পৰ্ব্বতে ফুৰি ফুৰিছিল।

ইংৰাজ কোম্পানীবিলাকে এই আদিম জাতিৰ মানুহবিলাকক 'খনি'ৰ (Mine) কাম কৰিবলৈ বনুৱা কৰি নিওঁতে তেওঁবিলাকে চাহ-বাগানৰ



কামলৈকে আহিবলৈ বেছি আগ্ৰহ কৰিছিল। কিয়নো চাহবাগানৰ কাম হৈছে উচ্চ ব্যৱসায়ৰ খেতি।

সেই সময়ত ভৈয়ামত থকা বহুতো আদিম আৰু মিহলি জাতিৰ মানুহে অৱস্থাপন্ন মানুহৰ ঘৰত ঘৰুৱালী চাকৰৰ বা বনুৱাৰ কাম কৰি পেট প্ৰৱৰ্ত্তাইছিল। এইবিলাক মানুহৰ স্বভাৱ আনবিলাক আদিম জাতিৰ মানুহতকৈ কিছু বেলেগ হৈ পৰিছিল।

এই বাবেই চাহবাগান বিলাকত এই আদিম জাতিৰ বনুৱাবিলাকক, একে স্বভাৱ বা চৰিত্ৰত পোৱা নগয়। যিবিলাক মেনেজাৰে এই আদিম জাতিৰ মানুহবিলাকৰ জাত অনুযায়ী তেওঁবিলাকৰ স্বভাৱ বুজি ল'ব পাৰিছিল, সেই সকল মেনেজাৰে সুচাৰু ৰূপে বাগানত বনুৱাবিলাকক চলাই সুনাম আৰ্জ্জণ কৰিব পাৰিছিল।

### জাত সমূহ

জয়ে জয়ে, আদিমবাসী বিলাকক ভাষাৰে তিনিভাগ কৰি ল'ব পাৰো :—
(১) চোট নাগপুৰ আৰু চাতপুৰ পাহাৰত বাস কৰা জাতিবিলাকে কোল ভাষাৰ পৰা ওলোৱা ভাষা কয়। সেইবিলাকৰ ভিতৰত মুণ্ডা, হো' (Hos). চাওতাল, খাৰিয়া, কৰ্কুছ (Korkus) আদিয়েই ঘাই। (২) দক্ষিণ ভাৰতত দ্ৰাবিড়ী ভাষা কোৱা (তামিল, টেলেগু) জাত ওৰাণ (Oraons), খণ্ড (Khonds) গন্দ (Gonds) আৰু মাল পাহাৰিয়া ( Mal paharias ) আদিয়েই ঘাই। (৩) মধ্য ভাৰতৰ কেউফালে বিয়পি থকা কিছুমান জাতৰ মানুহ, পণ্ডিতসকলে কয়, আৰ্য্যৰ আৰু আদিবাসীৰ তেজ মিহলি হৈ ওলোৱা। সেইবিলাক জাত হৈছে, ভুইয়া, কুৰ্ম্মি, মুহাহাৰ, তাঁতী, ডোম তাঁতী আদি।

### মুণ্ডা

কালৰ সোঁতত, বহুতো কাৰণত মুণ্ডা জাতৰ মানুহবিলাকে মধ্যভাৰতৰ কেইবা ফালেও বিয়পি পৰিল। মুণ্ডাৰ দৰেই আনবিলাক আদিম জাতৰ মানুহো বিয়পি পৰিছে।

অতীজতে ভাৰতত বাসকৰা আদিম জাতৰ মুণ্ডায়ে প্ৰাচীন জাতি। এওঁবিলাকৰ দৰে ওৰাণ বা ওৰং জাতৰ মানুহো ভাৰতৰ প্ৰাচীন জাতি। এই দুই জাতৰ মানুহৰ ভিতৰত বিয়া-বাৰু চলা পোৱা যায়।

ৰাচী শিংভূম, মাৰদোৱান, চেৰাইকলা, গাংপুৰ, মালভূম আদি ঠাইত মুণ্ডা-বিলাকৰ গাওঁ আছে।

মুণ্ডাবিলাকৰ ভাষা মুণ্ডাৰী, ই কোল ভাষাৰ পৰা ওলোৱা। মুণ্ডাৰ অৰ্থ ঘাই মানুহ, যেনে—গাৱঁৰ গাওঁবূঢ়া। মুণ্ডা ভাষাত মানুহক হোৰ (Hor) কয়। তেওবিলাকৰ মুখত 'ক' টো 'হ' আৰু 'ল' টো 'ৰ' হৈ 'কোল' শব্দটো 'হোৰ' হ'ল বুলি ভাষাবিদ পণ্ডিতসকলে কয়।

মুণ্ডাবিলাকৰ আদিতে নিজৰ 'কিলি' (Kili) তেজে বা বংশত বিৱাহ চলিছিল বুলি কোনো কোনো পণ্ডিতে সন্দেহ কৰিছিল। কিন্তু পাচত বেলেগ বেলেগ গোত্ৰ বা 'কিলি'ৰ ভিতৰতহে বিৱাহ প্ৰচলন হ'ল। মুণ্ডা জাতৰ ভিতৰতে বেলেগ বেলেগ ভাগ আছে। প্ৰত্যেকৰে আদি পুৰুষৰ নক্সা (Totem) আছে সেয়ে গোত্ৰ বা 'কিলি'। যেনে—

| ফৈদ | চিহ্ন (Totem) |
|---|---|
| মুণ্ডা—হৰ— | কাছ |
| টুটি— | এবিধ গছ |
| চোৱে— | এবিধ মাছ |
| নাগ— | ফেটি সাপ |
| পুথি— | এবিধ পোক |
| বাৰ্লা— | এবিধ ফল |
| বেজৰা— | চিলনি |
| চিৰ্ কো— | কাঠ ফুলা |
| ডেমবা— | ৰঙা পৰুৱা। |

পূৰ কালে (মধ্য ভাৰতৰ) থকা মুণ্ডা মানুহ বিলাকে আনৰ লগত কোনো সান-মিহলি নাছিল। এওবিলাকে সৰু সৰু গাওঁ ভাগ কৰি বাস কৰিছিল। ছয় সাতখন গাৱঁৰ ওপৰত এজন জমিদাৰৰ দৰে বৰমূৰীয় মুণ্ডা থাকে। তেওঁক 'মানকি' বুলিছিল। এইবিলাকে গাৱঁত খেতি-পথাৰ উমৈহতীয়া ভাৱে (Community) বাস কৰিছিল। পাচত এওঁবিলাকেই মানকি মুণ্ডা বুলি পৰিচিত হ'লহি।



'আমাৰ খাটনিৰ ওজন'

মুণ্ডাজাতৰ মানুহবিলাকে স্বাধীন ভাৱে খেতি-পথাৰ, চিকাৰ কৰি খাই মেলি ভাল পাইছিল। দেশত, এওঁবিলাকে মুকলি-মুৰীয়া হৈ ফুৰে। কেৱল নিজৰ জাতিৰ "পঞ্চায়ত" মানে। এওঁবিলাকে দেশত কাৰো ঘৰত বনুৱা কাম নকৰে। চাহবাগানত মুণ্ডাবিলাকে আন জাতৰ মানুহৰ পৰা আঁতৰি কোনো হাবিৰ ওচৰত ঘৰ বা 'লাইন' দিলে ভাল পায়। মুণ্ডাবিলাকে নিজৰ জাতটো ডাঙৰ জাত বুলি ভাবে। মুণ্ডাবিলাকক ব্যৱহাৰ কৰোতে, স্বাধীন চিতীয়া মানুহৰ লগত ব্যৱহাৰ কৰাৰ দৰে কৰিব পাৰিলে, এওঁবিলাকে সেই মানুহক বা মেনেজাৰক ভাল পায়। অৱশ্যে, এতিয়া কেইবাপুৰুষো অসমত থকা মুণ্ডা-জাতৰ মানুহে বহুতো অসমীয়াৰ দয়-দস্তুৰ লৈছে।

তথাপি মুণ্ডাবিলাকৰ স্বভাৱত এটা বিশেষত্ব আছে। অৰ্থাৎ আনে কৰা বেয়া ব্যৱহাৰ ভাল নোপোৱা, পোণপতীয়া স্বভাৱৰ মানুহ।

মুণ্ডাবিলাকে আন কাম কাজতকৈ খেতি-পথাৰৰ কাম ভাল পায়। খুচ-খুচিয়া কামত লাগি থাকিবলৈ বেয়া পায়। টান কাম হ'লেও, কোৰ মৰা, কলম কৰা কাম হাঁহি মুখেৰে কৰে। বাগানৰ টান কাম কৰোতে পাছ হোঁহকি নাহে। মেনেজাৰ বিলাকে এই জাতৰ মানুহক ভাল পায়।

মুণ্ডাবিলাকে দেওপূজা মানে। কিন্তু সকলো দেওতকৈ এজন ডাঙৰ দেৱতাক "সিং বোঙ্গা" (Sing Bong) আছে বুলি ধৰি লয়। এই জন দেৱতাক বিশেষ পূজা নকৰে; কেৱল দিনো খোৱা বস্তুৰ অলপ অলপ অংশ এই জন দেৱতালৈ থৈ যায়, যাতে পূৰ্ব্ব পুৰুষৰ আত্মা বিলাক সন্তুষ্ট থাকে। এওঁ-বিলাকে হাবি ভাঙি খেতি কৰোতে খেতিৰ মাজতে, এটুকুৰা হাবি এৰি থয়। সেই হাবি টুকুৰাতে সকলো দেওপূজা—কুকুৰা আদি বলি দি কৰে। পূজা কৰিবলৈ গাওঁখনত এজন পৱিত্ৰ মানুহ বাছি লয়। তেওঁক "পাহান" বোলে। পূজা কৰা হাবি টুকুৰাক চাৰ্ণা (Sarna) বুলি কয়।

এওঁবিলাকৰ ঘাই পৰ্ব্ব হ'ল পূৰ্ব্ব-পুৰুষৰ আত্মাৰ অৰ্থে দেও পূজা কৰা—মাঘ মাহত "মাঘ পৰ্ব্ব" ফাগুনৰ পূৰ্ণিমাত হলি পূজাৰ দৰে মাটিৰ উৰ্ব্বৰ শক্তি বাঢ়িবলৈ দেওপূজা কৰে। চ'ত মাহত "বা—পৰব" বা "চাৰ হল পৰব"

অৰ্থাৎ ফুলৰ পূজা কৰে। ইয়াৰ বাহিৰেও প্ৰথম কঠিয়া বোওঁতে "হন্ বা" "বাটাউলি" পৰৱ ধন-ধান হবলৈ, ভাদ মাহত "কৰম পূজা" আৰু খেতি চপাওঁতে 'চাহৰায়ে' (Sahrae) পৰৱ পালন কৰে। প্ৰত্যেক পৰ্ব্বতে নাচ-গান কৰে আৰু 'লাও পানী' ব্যৱহাৰ কৰে।

পণ্ডিত সকলে কয়, আদিম জাতিবিলাকে প্ৰথমতে ইটো খেলৰ লগত সিটো খেলে যুদ্ধ বিগ্ৰহ কৰি অৰ্থাৎ কটা মৰা কৰি তিৰোতা কৰিবলৈ ছোৱালী ধৰি আনিছিল। তেতিয়া সেই বিয়াবিলাকত বহুতো ৰক্তপাত হৈছিল। সেই ৰক্তপাতৰ চিন্ স্বৰূপেই পাচত দৰাই ছোৱালীৰ কপালত ৰঙা সেন্দুৰ ঘঁহি দিয়াৰ নিয়ম হ'ল। এই বাবেই ছোৱালীৰ কপালত একমাত্ৰ দৰাইহে সেন্দুৰ ঘঁহি দিব পাৰে। কোনোবা আন ডেকাই বলেৰে ছোৱালীৰ কপালত সেন্দুৰ ঘঁহিলে, সেই ল'ৰাই সেই ছোৱালীক বিয়া কৰিবই লাগিব। নতুবা ছোৱালীৰ মাক বাপেকে বহুতো পইচা দণ্ড হিচাপে দিব লাগিব।

মুণ্ডা জাতৰ ছোৱালী মুণ্ডাইহে বিয়া কৰিব পাৰে। আন জাতৰ ল'ৰাক মুণ্ডাই ছোৱালী নিদিয়ে। মুণ্ডাৰ ভিতৰত হলেও একে "কিলি"ৰ বা গোত্ৰৰ ভিতৰত অৰ্থাৎ একে "টাটু"ৰ বা নক্সা গাত আঁকি লোৱা খেলত বিয়া নহয়। বেলেগ বেলেগ "কিলি"ৰ ভিতৰতহে বিয়া হয়।

মুণ্ডা জাতত বাল্য বিবাহ নাই। গাভৰু ছোৱালীহে বিয়া দিয়ে। মাক-বাপেকেই ছোৱালীৰ গা-ধন হিচাবে, পইচা আৰু গৰু-ম'হ ছোৱালী বাপেকক দিব লাগে। আৰু আগতে আন ল'ৰাই কপালত সেন্দুৰ দি বিয়া নকৰিলে সেই ছোৱালীৰ গা-ধন কমি যায়।

এওঁবিলাকৰ ভিতৰত বিবাহ-বিচ্ছেদ ( Divorce ) প্ৰচলন আছে আৰু বিধৱা বিবাহো চলে। সাধাৰণতে, ককায়েক মৰাৰ পাছত, দেওৰেকেহে বৌৱেকক বিয়া কৰে। অৱশ্যে, আন মানুহেও বিয়া কৰিব পাৰে। বিধৱা-বিবাহক মুণ্ডাৰি ভাষাত "চাগাই" কয়।

বিয়াত দৰা-কন্যাৰ ওচৰত আম গছৰ ডাল এটা লয়। সেই আম ডালটো যেন বিয়াৰ সাক্ষী হ'ল। বিয়াৰ ঘাই কাম হ'ল, দৰাই ছোৱালীৰ কপালত সেন্দুৰ দিয়া। বিয়াত অৱশ্যে ভোজ ভাত, লাও পানী, নাচ-বাগ ধুম-ধামেৰে হয়।



মুণ্ডাবিলাকৰ ডেকা-গাভৰু সকলে মিল হৈ নাচ-গান, ফুৰা-চকা কৰিব পাৰে। এইদৰে ফুৰোঁতে, বহুতো ডেকা গাভৰুৱে নিজে নিজেই বিয়া বন্দবস্ত কৰে। কিন্তু মুণ্ডা গাভৰুৱে কেতিয়াও আন জাতৰ ডেকাৰ লগত মিলা-মিলি নহয়। কেনেবাকৈ আন ডেকাৰ লগত, মুণ্ডা গাভৰুৰ মিল হ'লে, জাত হিচাপে ডাঙৰ গোলমাল হয়। তেনে গোলমালত মাৰপিতো লাগে, আৰু লৰাটোৱে বহুত পইচা ভৰে।

লৰা জন্ম হ'লে ছদিনৰ দিনা "শুধি" কৰি, জাতৰ সকলো মানুহ বহি লৰাটোক তেওঁবিলাকৰ জাতৰ ভিতৰত সুমুৱাই লয়। সেই দিনাই মাক জনী গা পা ধুই শুদ্ধ হয়।

মুণ্ডা মানুহ মৰিলে, সাধাৰণতে পুতি থয়। তেওঁবিলাকৰ খেলেপতি একো একোখন শ্মশান আছে। মৰাৰ বছেৰেকৰ মূৰত পুতেকহঁতে বাপেকৰ হাড় এডাল পোতা ঠাইৰ পৰা উলিয়াই আনি নিজৰ খেলৰ শ্মশানত পুতি, তাৰে ওপৰত শিল এটা থয়। সেই হাড় থোৱা মাটি দৰা তেওঁবিলাকৰ পট্টা মাটিৰ দৰে নিজৰ, তাত কাৰো অধিকাৰ হব নোৱাৰে। এওঁবিলাকৰ মৰাৰ ছুৱা সাত দিন বা ন দিনত যায়।

## মুণ্ডা জাতৰ খেল

ঘাই মুণ্ডা জাতৰ পৰা কিছুমান সৰু সৰু খেল ওলোৱা পোৱা যায়। মুণ্ডা বিলাকক "মূৰা"ও বোলে।

নাগ বংশী মূৰা, লোহাৰ মূৰা [কমাৰৰ কাম কৰা ] মানকি মূৰা, মাজি মূৰা, ভূমিজ মূৰা আদি। এইবিলাক মূৰাৰ খেলত আন জাতৰ তেজ মিহলি হোৱা বুলি পণ্ডিত সকলে কয়। কেতবিলাক মূৰাৰ খেলে হিন্দুৰ আচাৰ নীতি বহুতো লৈছে।

নাগ বংশী মূৰাৰ বিষয়ে কোৱা যায় যে পুৰণি কালত ৰাজস্থানৰ পৰা অহা ৰাজপুত সকলে, চোট নাগপুৰ আৰু মধ্য-ভাৰতত থকা মুণ্ডা জাতৰ ৰজা বা গাওঁবুঢ়া ( chief ) বিলাকৰ লগত বৈৱাহীক সম্বন্ধ কৰে। তেতিয়াৰ পৰা এওঁবিলাক হিন্দুৰ ভিতৰত সোমাই পৰে। এওঁবিলাকৰ পুৰাণ মতে, এওঁবিলাকৰ

আদি পুৰুষ মহাভাৰতৰ পুণ্ডৰিক নাগ। জন্মেজয়ৰ সৰ্প-যজ্ঞৰ পৰা পুণ্ডৰিক নাগ আহি, কাশীত মানুহ হৈ ফুৰোঁতে, পাৰ্ব্বতী নামৰ বামুণী ছোৱালী এটিৰ পাণি-গ্ৰহণ কৰে। সেই পাৰ্ব্বতীৰেই সন্ততি, "ফণীমুক্তা ৰায়" এওঁবিলাকৰ আদি পুৰুষ।

চোট নাগপুৰ, উৰষ্যা আৰু মধ্য-ভাৰতত বাস কৰা এই নাগ বংশীবিলাকৰ কিছুমানে 'নাগ-বংশী' "নাগ-বংশী মুৰা" আৰু "নাগপুৰ চেত্ৰী" বুলি পৰিচয় দিয়ে বুলি নৃতত্ত্বৰ পণ্ডিত সকলৰ মত।

এটা কথা মন কৰিব লগীয়া যে এই মুণ্ডাবিলাকে নিজৰ ভিতৰত কথা পাতোতে প্ৰায়ে "মুৰাৰী" ভাষা ব্যৱহাৰ কৰে। কিন্তু আনৰ লগত কথা পাতোতে, [ চাহ বাগানবিলাকত ] অসমীয়া ভাষাত কথা পাতে। তেওঁবিলাকে কয়.—বঙালী বা হিন্দুস্থানী ভাষাতকৈ অসমীয়া ভাষা শিকিবলৈ হেনো উজু।

## ভূমিজ

এই ভূমিজসকল "কোল" জাতিৰ পৰা ওলোৱা। এওঁবিলাক খেতিয়ক। "ভূমি" মাটি আবাদ কৰাৰ পৰাই "ভূমিজ" নাম পাইছে। ৰাঁচীত থকা ভূমিজ-বিলাক মুণ্ডাৰ লগত মিহলি হৈ, "ভূমিজ মুণ্ডা" বুলি পৰিচিত। এওঁবিলাকে "মুৰাৰী" ভাষা ক'ব পাৰে।

বহুতো "ভূমিজ" জাতৰ মানুহ পুৰুলিয়াত পোৱা যায়। এওঁবিলাকে তাত বঙালী ভাষা কয়। অসমৰ চাহ বাগানলৈ আহি অসমীয়া ভাষা ক'বলৈ ধৰিলেহি। এওঁবিলাকৰ গাৱঁত খাজনা তোলাসকলক "তাৰফ্ চৰ্দাৰ" (Taraf) আৰু "ঘাটোৱাল" (Ghatowal) কৈছিল। পাচত এই 'ঘাটোৱাল' সকল এটা জাত বুলি পৰিচিত হ'ল। চাৰ গেইট্ চাহাবে কয় আদিম জাতিৰ জাতবিলাক প্ৰায়ে পাচত কৰ্ম্ম অনুযায়ী জাত হ'ল। অৰ্থাৎ জাতটোৰ নামতেই তেওঁবিলাকৰ ফৈদৰ কৰ্ম্ম বুজা যায়।

আদিতে ভূমিজবিলাক মুণ্ডাৰেই বংশধৰ বুলি কয়। সেই কাৰণে, বহুতো জাতীয় দস্তুৰ মুণ্ডাৰ লগত মিলে।

এওঁবিলাকৰ বিয়া সেন্দুৰ দিয়াতে হয়। কিন্তু প্ৰথমতে ছোৱালীজনীক এজোপা "মহুৱা" গছৰ লগত বিয়া দিয়ে। যাতে, ভবিষ্যত বৈবাহিক জীৱনৰ অশুভ বিলাক "মহুৱা" গছতে আৰোপ হৈ থাকে।



ছোৱালীৰ গা-ধন দিয়া হয়। এৰা-এৰি হ'লে (Divorce) ছোৱালী-জনীৰে গা-ধন প্ৰথমে দৰাটোক ঘূৰাই দিব লাগে। লৰা জন্ম হ'লে, হিন্দুৰ দৰেই "শুধি" কৰে।

মানুহ মৰিলে ভূমিজবিলাকে হিন্দুৰ দৰে কামবিলাক কৰিলেও, পুৰণি দস্তুৰ মতে নিজৰ শ্মশানত পুতেকহঁতে বাপেকৰ হাড় পুতি থয়হি। হিন্দুৰ পৰ্ব্ববিলাক আচৰণ কৰিলেও, তেওঁবিলাকৰ পুৰণি পৰ্ব্ব মুণ্ডাৰ দৰে "মাঘ পৰৱ" আৰু "চাহৰায়ে" পৰৱ কৰে।

## চেৰো [Chera]

এই জাতৰ মানুহক বহুতে কোল জাতিৰ পৰা ওলোৱা বুলি ভাৱে। এই জাতৰ মানুহক মিৰ্জ্জাপুৰ, আৰা আৰু হাজাৰিবাগলৈকে থকা পৰ্ব্বতবিলাকত বাস কৰা পোৱা যায়। এৰিওঁলাকে নিজক চাৰ্মণ ঋষিৰ বংশধৰ বোলে। এজন ৰাজপুত ৰজাই সোৰ্ৰণীত জীয়েকে মৰা শক বিয়া কৰিব বুলি জানিব পাৰি, ৰজাই এজন ঋষিৰ [ চাৰ্মণ ] পুতি থোৱা মৰা শ খান্দি উলিয়াই জীয়েকক এই মৰা শৰ লগত বিয়া দিলে। ঋষি আকৌ জীৱিত হ'ল। তেওঁবিলাকৰ এজন পুতেক হ'ল। তেওঁৰ নাম "চেত্ ৰাও"। কালক্ৰমত "চেত্ ৰাও" দক্ষিণ বেহাৰৰ ৰজা হ'ল। তেওঁৰেই বংশধৰসকল "চেৰো" জাতিৰ মানুহ। এই জাতৰ মানুহে চোট নাগপুৰত, হিন্দুসকলৰ লগত বিয়া-বাৰু কৰে।

চৌ (Sou) নৈৰ দক্ষিণে থকা চেৰোবিলাকে ভূইয়াঁৰ লগত বিয়া-বাৰু কৰি সমিল-মিল হ'ল। ভূইয়াঁৰ লগত মিহলি হোৱা চেৰোবিলাকেই অসমত চাহ বাগানলৈ আহিছে। এওঁবিলাকে হিন্দুৰ প্ৰায়বিলাক দস্তুৰ লৈ, ব্ৰাহ্মণকো পুৰোহিত লয়। এওঁবিলাকে শীতলা পূজা কৰে আৰু পূৰ্ব্ব পুৰুষসকলৰ শ্ৰাদ্ধ কৰে। আৰু কিছুমানে দেওপূজাও কৰে। দেওপূজাত, কুকুৰা, গাহৰি আদি বলি দিয়ে। দেওবিলাকেই বেমাৰ আদি আনে বুলি ভাৱে। কটা চুলি আৰু নখবিলাক কোনেও নজনাকৈ পুতি থয়; জানোচা ডাইনীবিলাকে নখ-চুলি পাই, সেই মানুহৰ গাত ভূত লগায়।

এইটো জনা কথা, আদিম জাতৰ সকলোৱেই ডাইনীয়ে ভূত লগাই, বেমাৰ আদি আনে বুলি বিশ্বাস কৰে।

এনে বিশ্বাসত, কেতিয়াবা কেতিয়াবা, নিজৰ জাতৰেই কোনো বুঢ়ী তিৰোতাক ডাইনী বুলি, মৰিয়াই মৰিয়াই মাৰি পোলোৱাৰ সংবাদ পোৱা গৈছিল।

চেৰোবিলাকৰ বিয়াৰ কাম আৰু মৰাৰ সকাম হিন্দুৰ দৰেই হয়। অৱশ্যে, দুই-চাৰিটা "কোল"ৰ দস্তুৰো মিহলি আছে বুলি জাতি-বিজ্ঞানৰ পণ্ডিতসকলে কয়।

## হো-মুণ্ডা [Hos]

হো-জাতৰ মানুহক লাৰ্কা মুৰাও বোলে। হো-মুণ্ডা জাতৰ মানুহৰ বহুত কথা মুণ্ডা আৰু চাওতালৰ লগত মিলে। এওঁবিলাকৰ মুখত "ৰ'টো ফুটে। দেখা যায়—মুণ্ডাই মানুহক "হৰো" কয়। এওঁবিলাকে মানুহক "হো" কয়। মুণ্ডাই ছোৱালীক "কুৰি" কয়। এওঁবিলাকে ছোৱালীক "কুয়ি" কয়। চাইবাছা আৰু চিংভূমত এওঁবিলাকক পোৱা যায়। এওঁবিলাকৰ মতে, মুণ্ডাৰ দৰেই "অটে বৰম" পৃথিবীৰ দেৱতা আৰু "চিংবোঙ্গা" সূৰ্য্যৰ দেৱতা, আপোনা-আপুনি সৃষ্ট হোৱা।

এই দেৱতা দুজনাই পৃথিবীত ঘাঁহ গছ গছনি, পশু-পক্ষ সৃষ্টি কৰিলে। শেহত ল'ৰা-ছোৱালী এহাল সৃষ্টি কৰিলে। এই ল'ৰা-ছোৱালী হালিক পৰ্ব্বতৰ গুহাত বাস কৰিবলৈ দিলে। আৰু ল'ৰা-ছোৱালী হালক "ইলি" (Illi) বা লাওপানী তৈয়াৰ কৰি খোৱাৰ বুদ্ধি শিকালে। সেই লাওপানী খাই সিহঁতে "পিতৃ-মাতৃ" হৈ বাৰটা ল'ৰা আৰু বাৰজনী ছোৱালী জন্ম দিলে। তেতিয়া সিং বোঙ্গাই ( Sing Bonga ) সূৰ্য্য দেৱতাই বাৰটা ল'ৰাক বাৰ জনী ছোৱালী দি মতা তিৰোতা কৰি দিলে। ইয়াৰ পাচত চিং বোঙ্গাই এটা ভোজ পাতিলে। তাত ম'হ-গৰু, ছাগলী, ভেৰা, গাঁহৰি, কুকুৰাৰ মঙ্গহ আৰু শাক পাচলি ৰান্ধি সেই ছ-জোৰা মতা-মাইকীক খাবলৈ আগবঢ়াই দিলে। আৰু প্ৰত্যেক জোৰাকে নিজ অভিৰুচি মতে মঙ্গহ খাবলৈ আদেশ দিলে। প্ৰথম জোৰাই গৰুৰ মঙ্গহ খালে, এই জোৰাৰ জাত হ'ল "হো" (Hos), দ্বিতীয় জোৰাই মহৰ মঙ্গহ খালে—এই জোৰাৰ জাত হ'ল "ভূমিজ," তৃতীয় জোৰাই কেৱল শাক-পাত খালে,—এই সতি-সন্ততি হ'ল ব্ৰাহ্মণ, ক্ষত্ৰিয়। এওঁবিলাকৰ যি সন্ততিয়ে ছাগলী আৰু মাছ খালে, তেওঁবিলাকেই হ'ল শূদ্ৰ জাত। চতুৰ্থ জোৰাই খালে শামুক কেকোৰা—এই জোৰাৰ জাত হ'ল ভূইয়া। পঞ্চম জোৰাই খালে গাহৰিৰ মঙ্গহ। এই জোৰাৰ জাত হ'ল চাওতাল। ষষ্ঠ জোৰাই, খোৱা বস্তু শেষ হ'লত খাবলৈ একো নেপালে। ইহঁতক একো খাবলৈ নোপোৱা দেখি, প্ৰথম জোৰাই নিজৰ খোৱাৰ এৰেঙ্গা অলপ খাবলৈ দিলে। এই বাবেই এই জোৰাৰ সতি-সন্ততি বিলাকৰ জাত হ'ল "ঘাছি"। সেই কাৰণে এই "ঘাচি" জাতে পৰিশ্ৰম নকৰি বাকী বিলাকৰ আল-পৈচান ধৰি খাব লাগে।



প্ৰথমতে খোৱাৰ বাবে "হো" বিলাকে নিজক সকলো জাততকৈ ওপৰ বুলি ভাৱে। অৰ্থাৎ "হো" মুণ্ডাই আন আন জাততকৈ নিজক শ্ৰেষ্ঠ বুলি গৌৰৱ কৰে। এই বাবেই "হো-মুণ্ডা" বিলাক অভিমানী।

১৮২১ খ্ৰীষ্টাব্দলৈকে "হো-মুণ্ডা" বিলাক স্বাধীন হৈ আছিল। এই চনতহে বৃটিছে, এওঁবিলাকৰ দেশখন লয়।

"হো-মুণ্ডা" বিলাকে দেওপূজা কৰে। মুণ্ডাৰ দৰেই খেতিৰ মাজতে এটুকুৰা হাবি "জাবিৰা বা চাৰ্ণা" বুলি পূজা কৰিবলৈ এৰি যায়। এওঁবিলাকেও পূৰ্ব্ব পুৰুষৰ আত্মাক পূজা কৰে। কোনো মানুহক বাঘে মাৰিলে, সেই মানুহজনৰ আত্মা বাঘ হৈ হাবিতে থাকে বুলি বিশ্বাস কৰে।

এওঁবিলাকৰ ভিতৰতো বেলেগ বেলেগ "কিলি" বা গোত্ৰ আছে। সেই মতে বেলেগ বেলেগ ফৈদো আছে।

পৰিয়ালৰ সম্পত্তিৰ মতা মানুহে হে ভাগ পায়। মতা মানুহ নহ'লে ছোৱালীয়ে সেই সম্পত্তি পায়। পৰিয়ালৰ কোনো নেথাকিলে, সম্পত্তিটো গোটেই ফৈদে ভগাই লয়, আন মানুহক নিদিয়ে।

বিয়া বাৰু মুণ্ডাৰ দৰেই হয়। বহুতো সময়ত নাচি থাকোতেই ডেকা-ল'ৰাই ছোৱালী লৈ যায়। পাচত, অৱশ্যে ছোৱালীৰ গা-ধন শহুৰেকক দিব লাগে। এওঁবিলাকেও একে "কিলি"ৰ ভিতৰত বিয়া নাপাতে।

খোজা-কঢ়া বিয়া বেছি সন্মানিত। মাক-বাপেকে বিয়াৰ সকলো বন্দবস্ত কৰিলে, দিন ঠিক কৰি, ছোৱালীজনীক দৰাৰ গাঁৱৰ ফালে সেইদিনা লৈ যায়। দৰাক লৈ দৰাঘৰীয়া মানুহ ছোৱালীৰ ঘৰলৈ ওলাই আহে। মাজ-বাটতে কোনো বৰগছ বা নৈৰ পাৰত, বৰ আৰু কন্যা ঘৰৰ উভয় দলে লগ লাগেহি। ইয়াৰ পৰা দুজনী মাইকী মানুহে দৰা আৰু কন্যাক কোলাত লৈ ছোৱালীৰ

ঘৰলৈ যায়। ছোৱালীৰ ঘৰত, তেতিয়া ভোজ-ভাত, লাও-পানী ধুম-ধামেৰে খাই নাচ-বাগ কৰে। দৰাই বাটি এটাত লাওপানী ( ইলি ) ঢালি কন্যাক খাবলৈ দিয়ে। তেতিয়া কন্যাজনীয়েও সেই বাটিতে অলপ লাও-পানী ঢালি দৰাক খাবলৈ দিয়ে। দুয়ো এইদৰে লাও-পানী খোৱা হলেই, বিবাহৰ কাৰ্য্য সম্পন্ন হয়।

ল'ৰা জন্ম হওঁতে ঘৈণীয়েকৰ গা ল'ৰিলেই, গিৰিয়েকে ঘৈণীয়েক থকা ঘৰটোৰ মূধত উঠৈগে আৰু সূৰ্য্য দেৱতালৈ ( চিং বোঙ্গা ) মটা কুকুৰা এটা বলি দিয়ে। যেতিয়া লৰা জন্ম হৈ তেৱা তেৱা কৰি কান্দে,—ল'ৰাৰ কন্দা শুনিলেই গিৰিয়েক ঘৰৰ মূধৰ পৰা নামি আহি লৰাৰ নাই কাটি দিয়েহি। অৱশ্যে, এই দস্তুৰটো চাহ বাগানত থকা "হো মুণ্ডা"বিলাকৰ মাজত বৰকৈ দেখা নেযায়।

ল'ৰা জন্ম হোৱাৰ ছ দিন বা ন দিনৰ পাচত মাক-বাপেক শুধি হৈ ল'ৰাৰ মুৰ খুৰাই ৰাইজক ভোজ দিয়ে। সেইদিনাই ল'ৰাৰ এটা নাম দিয়া হয়। পানী এচৰীয়া বা এবাটিত ধান একোটা পেলাই, একোটা নাম উচ্চাৰণ কৰে। নাম ধৰি ধানটো পানীত পেলাওঁতে, ধানটো পানীৰ তললৈ গ'লে সেই নামটো দিয়া নহয়। নাম ধৰি দিওঁতে, যেতিয়া ধানটো পানীত ওপঙি উঠে, সেই নামটোহে লৰাক দিয়া হয়।

মানুহ মৰিলে, "হো মুণ্ডা"বিলাকে মৃতকৰ ঘৰৰ আগত এটা বাকচত শটো দাহ কৰে। তাৰ কেইডালমান হাড়, এটা মাটিৰ চৰুত ভৰাই আনি ক্ৰীৰা ধৰা পুতেকৰ ঘৰত ওলোমাই থয়হি। ইয়াৰ পাচত হাড় কেইডাল ঘৰৰ ওচৰতে এঠাইত ভালকৈ পুতি থয়। তাৰ ওপৰত আকৌ শিল এটা পুতি দিয়ে। আনবিলাক মুণ্ডাই কিন্তু নিজৰ ঘৰুৱালি শ্মশানতহে হাড় পুতি তাৰ ওপৰত শিল পোতে।

এওঁবিলাকৰ দেও পূজা আৰু পৰ্ব্ববিলাক আনবিলাক মুণ্ডাৰে সৈতে একেই। কেৱল, বহাগ জেঠ মাহত, এওঁবিলাকৰ গোটেই কৈদৰ মানুহে হাবিত একেলগে চিকাৰ কৰিবলৈ একেলগে ওলাই যোৱা দস্তুৰ আছে।

## কোল (Kol)

এই জাতৰ মানুহক ৰেৱা, মধ্য-ভাৰত আৰু যুক্ত প্ৰদেশত পোৱা যায়। নৃতত্ত্ববিদ পণ্ডিতসকলে কয়, এই কোল জাতিটো, গুৰিতে মুণ্ডাৰে সৈতে একেই



অৰ্থাৎ ঘাই কোল জাতিৰ পৰা ওলোৱা। এওঁবিলাকে কিন্তু নিজৰ পৰিচয় এইদৰেহে দিয়ে, মহাভাৰতৰ যযাতি ৰজাৰ কেই পুৰুষমানৰ পাচত, এজন ৰজাৰ চাৰিজন পুতেক হয়। সেই চাৰিজন পুতেকক দক্ষিণ ভাৰতক চাৰি ভাগ কৰি ভগাই দিয়ে। সেই চাৰি ভাগ হৈছে, পাণ্ড্য, কোৰলা চোলা আৰু কোলা। খণ্ডত ৰাজত্ব কৰা ৰজাৰেই বংশধৰ তেওঁবিলাক,—"কোল" জাতৰ মানুহ।

এওঁবিলাকে বেমাৰ-আজাৰ দেও-ভূতৰ পৰা হয় বুলি ভাবে। সেই মতে "ওজা" আনি চায়,—কোন দেওৰ পৰা বেমাৰ হৈছে। সেইমতে, সেই দেওক কুকুৰা-গাহঁৰি বলি দি পূজা কৰে।

এওঁবিলাকে সদায় পুৱাতে "সূৰুয-নাৰায়ণক" নমস্কাৰ কৰে।

ওচৰ সম্বন্ধ নহলে, একে গোত্ৰৰ মানুহৰ ভিতৰত বিয়া চলে। সকলো কথা—বিয়া আদিৰ বিষয়েও পঞ্চায়তে বিচাৰ কৰি দিয়ে। জাতৰ বয়সীয়াল মানুহজনেই পঞ্চায়তৰ গুৰিয়াল হৈ বহে। বিয়াত ছোৱালীৰ মূৰৰ সেওঁতাত সেন্দুৰ দিয়াতোৱেই ঘাই কাম।

সকলো জাতৰ দৰেই এওঁবিলাকৰো বহু বিবাহ প্ৰচলন আছে। মৃতকৰ সংকাৰ হিন্দুৰ দৰেই হয়। কেৱল "ক্ৰিয়া ধৰা" মানুহজনে হাতত লোহাৰ লাঠি এডাল আৰু পিতলৰ বাচন এটা, শুধি নোহোৱালৈকে লৈ ফুৰিব লাগে।

এওঁবিলাকে হিন্দুৰ পৰৱবিলাক কৰিলেও, পৰৱত লাওপানী খায়।

এওঁবিলাকৰ জাতৰ পৰা ওলোৱা, সৰু সৰু খেল ভালেমান আছে। এওঁবিলাকৰ ঘাই কাম খেতি-পথাৰ। এওঁবিলাকে হিন্দুস্থানী আৰু দেছুৱালী ভাষা কয়।

## খাৰিয়া

কোল ভাষা কোৱা জাতৰ পৰা এওঁবিলাক ওলোৱা বুলি নৃতত্ত্ববিদ পণ্ডিত সকলে ভাৱে। দ্ৰাবিড়ীবিলাকৰো কিছু আভাষ এওঁবিলাকৰ দস্তুৰত পোৱা যায় বুলি কয়।

চোট নাগপুৰ আৰু তাৰ আশে-পাশে এই জাতৰ সৰহ সংখ্যক মানুহ পোৱা যায়।

এওঁবিলাকে নিজে কয় যে এজাতি ম'ৰাচৰাইৰ কণীৰ পৰা আদিতে উদ্ভৱ হোৱা। কণীৰ চোকোৰাৰ পৰা খৰিয়া জাতৰ মানুহ, কুহুমৰ পৰা মযুৰ ভক্তৰ

ৰাজ বংশ, কুহুমৰ বগা ভাগৰ পৰা "পুৰাণ" জাতৰ মানুহ সৃষ্টি হৈছিল। এওঁবিলাকৰ জাতত এই কেইটা খেল প্ৰধান—ধোৰু খাৰিয়া, ডুদ খাৰিয়া, এৰেঙ্গা খাৰিয়া আৰু মুণ্ডা খাৰিয়া। ডুদ খাৰিয়াবিলাকে গৰুৰ মঙহ নেখায়। এওঁবিলাকে হিন্দুৰ আচাৰ-ব্যৱহাৰ, সংযম শিক্ষা আদি লৈছে। মুণ্ডা খাৰিয়াবিলাকৰ গুৰিতে বাপেক খাৰিয়া আৰু মাক মুণ্ডা তিৰোতা আছিল বুলি বিশ্বাস কৰে। সাধাৰণতে, খাৰিয়া ছোৱালী মুণ্ডা ডেকাই নিয়া দেখা যায়, কিন্তু মুণ্ডা ছোৱালীক খাৰিয়া ডেকাই নিয়া দেখা নেযায়।

এওঁবিলাকেও ফৈদে ফৈদে গাত "টাটু" ( Totem ) চিহ্ন আঁকি লয়।

এওঁবিলাকে নিচেই ওচৰ সম্বন্ধ নহ'লে, সম্বন্ধত দূৰৈ হ'লে, বিয়া বাৰু কৰে। সাধাৰণতে গাভৰু ছোৱালীকহে বিয়া দিয়ে। কোনো কোনোক বাল্য-বিবাহ চলোৱাও পোৱা যায়। বিয়া প্ৰায়ে মাঘ মাহতহে হয়। অন্য মাহত বিয়া পাতিব নোখোজে।

ছোৱালীৰ গা-ধন হিচাপে দৰাই কন্যাৰ বাপেকক গৰু বা ম'হ এটাৰ পৰা দহোটালৈকে দিয়ে। বিয়াৰ ঘাই কাম হ'ল পাঁচ মুঠা খেৰ আৰু এখন যুৰঁলি ( নাঙলৰ ) চোতালত থয়। তাতে দৰা-কন্যাই মুখা-মুখিকৈ থিয় হ'ব লাগে। দৰাই তেতিয়া ছোৱালীৰ কপালত আৰু মূৰৰ সেওঁটাত সেন্দুৰ দিব লাগে। ছোৱালীয়েও দৰাৰ কপালত এটা ফোঁট দিব লাগে। তেতিয়া বিয়াৰ ভোজ আৰম্ভ হয়। বিয়াৰ ভোজ খাওঁতে কন্যাই এখন বগা কাপোৰ গৰম পানীত ধুব লাগে; অৰ্থাৎ দৰাৰ ঘৰত গৈ ঘৰোৱাল কাম কৰিবলৈ ইচ্ছুক বুলি প্ৰকাশ কৰিব লাগে। তাৰ মানে ছোৱালী সেই বিয়াত ৰাজি হ'ল। এওঁবিলাকৰ মাজত বিধবা-বিবাহ প্ৰচলন আছে। বিধৱা বৌৱেকক দেওৰেকে বিয়া কৰায়। বাপেকৰ সম্পত্তি পুতেকহঁতে পায়। ছোৱালীয়ে নেপায়। বৰপুতেকে ডুভাগ লয়।

এওঁবিলাকে দেও পূজা আৰু প্ৰকৃতিৰ উজ্জল বস্তুক পূজা কৰে। বৰ পাহাৰক ( Great Mountain Spirit ) মানে।

বসন্ত কালৰ দেৱতাক "দৃ ৰ্হডুবক" ( Darha Dubo ) গাইঁৰি, ছাগলি আৰু ৰঙা কুকুৰা দি পূজা কৰে। সংহাৰকাৰী দেৱতাক "নাছান ডুবক" Nasan Dubo ) কুকুৰাপোৱালী বলী দি পূজাকৰে। সূৰ্য্য দেৱতাক "গিৰিং ডুব বা বেৰো" দেৱতাক ( Giring Dubo or Bero ) মুণ্ডাবিলাকৰ দৰে, জীৱনত



পাঁচবাৰ পূজা কৰে। এই দেৱতাজনেই এওঁবিলাকলৈ সকলো সম্পদ আনে বুলি বিশ্বাস কৰে। প্ৰথম পূজা কুকুৰাৰে, দ্বিতীয় পূজা গাইঁৰিৰে, তৃতীয় পূজা বগা ছাগলীৰে, চতুৰ্থ পূজা ভেৰাৰে আৰু পঞ্চম পূজা ম'হেৰে কৰে। ইয়াৰ বাহিৰেও চন্দ্ৰ দেৱতা, খেতিৰ দেৱতা, পৰ্ব্বতৰ দেৱতা আদিৰ কিছুমানৰ দেও পূজা কৰে। সূৰ্য্য পূজা উঁই হাঁফলুত কৰে। মুণ্ডাৰ দৰে, এওঁবিলাকেও পূজা কৰিবলৈ খেতিৰ মাজত এটুকুৰা হাবি "চাৰ্ণা" ৰাখে। খাৰিয়াই পুৰোহিত নিজৰ জাতৰ ভিতৰতে লয়। পুৰোহিতৰ বংশ পুৰুষানুক্ৰমে হয়। কিন্তু গাওঁখনৰ দেওবিলাকক পূজা কৰিবলৈও মুণ্ডা মানুহক লগায়।

মানুহ মৰিলে, এওঁবিলাকে বিয়া কৰোৱা মানুহক দাহ কৰে। বিয়া নকৰোৱা মানুহক পুতি থয়। দাহ কৰা শৱ হাড় আৰু ছাই এটা মাটিৰ চৰুত ভৰাই পুখুৰী বা নৈৰ পানীত পাছত উটাই দিয়ে। আৰু ঘৰৰ ওচৰত দীঘল শিল এচটা পোতে। যাতে ঘৰলৈ অপদুতা-অসুৰা আহিব নোৱাৰে।

আজিকালি চাহ বাগানত থকা খাৰিয়াবিলাকৰ এনে দস্তুৰ বৰকৈ চকুত নপৰে। খাৰিয়াবিলাকৰ ঘাই ব্যৱসায় খেতি। মান ভূমৰ ওচৰত হাবি ভাঙি থকা খাৰিয়াবিলাকে "জুম" খেতি কৰি এঠাইৰ পৰা এঠাইলৈ হাবি ভাঙি গৈ থাকে।

এওঁবিলাকৰ পৰববিলাক মুণ্ডাৰ পৰবৰ লগত মিল দেখা যায়। খেতিত ভাল বৰষুণ হ'বলৈ আহাৰত ইন্দ্ৰ পৰব ( Indra Parab ) পালন কৰে। এই পৰবত, মাজত এটা খুটা পুতি, তাৰ কেউফালে ঘূৰি ঘূৰি—গোটেই ৰাতি নাচ-গান কৰে।

## বীৰ হোৰ বা মুণ্ডাৰী

এওঁবিলাক একেবাৰে হাবিতলীয়া মানুহৰ দৰে থাকে। বাচ্ছী আৰু ৰাচ্ছীৰ ওচৰৰ হাবিত সৰু সৰু গছৰ ডাল পাতেৰে ঘৰ সাজি এওঁলোক বাস কৰে। চৰাই পহু আৰু হাবিৰ আলু প্ৰধান খাদ্য। এওঁবিলাক মাৰোৱাৰ জাতৰ মানুহৰ লগৰ বুলি চিনাকী দিয়ে। চব্ (Chob) বুলি এবিধ লতাৰ পৰা জৰি তৈয়াৰ কৰি বেচা-কিনা কৰে।

এওঁবিলাকে হাবি বননিত থাকিলেও, তেওঁবিলাকৰ দেও পূজাৰ লগতে, হিন্দুৰ দেৱী পূজা মানে আৰু কিছুমান হিন্দুৰ আচাৰ-নীতি লৈছে।

এওঁবিলাকৰ বিয়া-বাৰুৰ বিশেষত্ব, দৰা-কন্যাই নিজৰ নিজৰ কেঞ্চা আঙুলি কাটি, সেই তেজ, দৰাই ছোৱালীক ঘঁহে আৰু ছোৱালীয়ে দৰাক ঘঁহে। তেতিয়া বিবাহ সম্পন্ন হয়। এওঁবিলাকৰো ফৈদে ফৈদে টাটু-চিহ্ন (Totem) আছে।

মানুহ মৰিলে, দাহ কৰি ছাইবিলাক নৈত উটাই দিয়ে।

অসমৰ চাহ বাগানলৈ অহা এই মুণ্ডাৰীবিলাকৰ দেশত চলোৱা দস্তুৰবিলাক বৰকৈ চকুত নপৰে।

### অসুৰ (Asur)

এওঁবিলাকৰ জাতটোক "আগাৰিয়া" আৰু "লোহৰা" বুলিও কয়। এওঁবিলাকে ডাঙৰ ডাঙৰ পৰ্ব্বতৰ দেওবিলাকক পূজা কৰে। দেও-পূজাবিলাক মুণ্ডাৰ দেও-পূজাৰ লগত মিল আছে বুলি জাতি-বিজ্ঞানৰ পণ্ডিত সকলে কয়। ডালটন (Dalton) চাহাবে কয়, "মুণ্ডাসকলৰ পুৰণি কথাত, এই অসুৰ জাতটোৰ মানুহ পুৰণিকালত বৰ পৰাক্ৰমী আছিল। মুণ্ডাৰ দেৱতা "সিংবোঙ্গাই" (Singbonga-সূৰ্য্যদেৱতা) এই জাতিটোক ধ্বংস কৰিলে। পণ্ডিতসকলে ভাবে, এই অসুৰ জাতিৰ মানুহবিলাক পুৰণি অসুৰ জাতিৰেই পো-পোৱালী।

এওঁবিলাকৰ ভিতৰত তেৰটা ফৈদ আছে। প্ৰত্যেক ফৈদেৰে "টাটু" (Totem) বেলেগ বেলেগ।

### চাওঁতাল (Santal)

এই জাতৰ মানুহ ভাৰতৰ ভালে কেইখন ঠাইত বিয়পি থকা পোৱা যায় —বিশেষকৈ চাওঁতাল পৰগনা, হাজাৰিবাগ, মানভূম, মালভূম, সিংভূম, চাইবাসা বাকুৰা, মিদনাপুৰ, বীৰভূম, ভাগলপুৰ আদি ঠাইত।

কোল ভাষা কোৱা মানুহৰ পৰাই, এই জাত ওলাল বুলি পণ্ডিতসকলে কয়। মুণ্ডাসকলে নিজৰ আঁতিগুৰিৰ কথা, চাওঁতালসকলে কোৱা আঁতিগুৰিৰ লগত মিল দেখা যায়। মুণ্ডাৰ দৰেই এওঁবিলাকৰ আদি পুৰুষ ৰাজহাঁহৰ কণীৰ পৰা উদ্ভৱ হ'ল বুলি বিশ্বাস কৰে।

এওঁবিলাকৰ কথা মতে কণীৰ পৰা এহাল মতা-মাইকী জন্ম হ'ল। তেওঁবিলাকৰ সাতোটা লৰা আৰু সাতজনী ছোৱালী হ'ল। তেওঁবিলাকক লাওপানী তৈয়াৰ কৰি খাবলৈ দেৱে শিকালে। তেতিয়া তেওঁবিলাক সাতজোৰ মতা-মাইকী হ'ল। সেই লৰা-ছোৱালীবিলাকে উদ্ভণ্ডালি বৰকৈ কৰাত



"সিং বোঙ্গাই" ( সূৰ্য্য দেৱতাই ) এহাল পুণ্য আত্মাৰ মতা-মাইকীক ৰাখি বাকী বিলাকক ধ্বংস কৰিবলৈ সাত দিন সাত ৰাতি ভীষণভাবে জুইৰ বৰষুণ দিলে। সেই জুইৰ বৰষুণত সূৰ্য্য দেৱতাই পুণ্যাত্মা হালিক পৰ্ব্বতৰ গহ্বৰত সোমাই থাকিবলৈ দি, বাকী বিলাকক ধ্বংস কৰিলে। জুইৰ বৰষুণ বন্ধ হ'ল। এই পুণ্যাত্মা হালি পৰ্ব্বতৰ গহ্বৰৰ পৰা ওলাই আহি বহুত দেশ ঘূৰি-পকি "চম্পা" বোলা ঠাইত বসতি কৰিবলৈ ল'লে। এওঁবিলাকৰ সতি-সন্ততিয়েই আকৌ গোটেই দেশখন ভৰি পৰিল।

কোল ভাষাৰ পৰা ওলোৱা সকলো ভাষাতকৈ "চাওঁতাল" জাতৰ ভাষা শিকিবলৈ আৰু বুজিবলৈ টান বুলি, ভাষাবিদ সকলে কয়। চাওঁতাল বিলাকে, মানুহক "হোৰ্ক" কয়। মুঠতে চাওঁতালী ভাষাটো গুৰিতে মুণ্ডাৰী ভাষাৰে এক হলেও, উচ্চাৰণবিলাক অথালি-পথালি হৈ বুজাত আৰু উচ্চাৰণত টানহৈ পৰিছে। চাওঁতালবিলাকে কয়, মুণ্ডাৰী ভাষাটো—লৰা-ছোৱালীয়ে কোৱা উজু ভাষা। চাওঁতালসকলে আৰ্য্যসকলৰ বহুতো সংস্কৃত শব্দ তেওঁবিলাকৰ ভাষাত সুমুৱাই লৈছে। পণ্ডিতসকলে কয়, চাওঁতালী ভাষাটো শিকিব পাৰিলে, মুণ্ডা আৰু হো-মুণ্ডাৰী ভাষা সহজে বুজিব পাৰি আৰু কব পাৰি।

চাওঁতালবিলাকে একো-একোখন গাওঁ বা "পৰগণা" কৰি ফৈদে ফৈদে থাকে। গাওঁখনৰ মুখিয়ালজনক "মাজি" (Majhi) কয়। এই "মাজি" জনেই পৰববিলাকৰ পুৰুহিতালিৰ কামো কৰে।

মৰা পূৰ্ব্ব-পুৰুষৰ আত্মাবিলাক পৃথিবীলৈ আহে বুলি এওঁলোকে বিশ্বাস কৰে। তেওঁবিলাকৰ এই পৰ্ব্বত গোটেই গাওঁখনৰ পূৰ্ব্ব-পুৰুষবিলাকৰ নাম ধৰি ধৰি পূজা কৰে। আৰু "মৰা পৰবত" গোটেই গাৱঁৰ মানুহে তেওঁবিলাকৰ মাটি-বাৰী গাওঁখনৰ ঘাই "মাজিক" সোধাই দি, সকলো মানুহে পূজা-পাতল কৰি ভোজ-ভাত খাই, নাচ-বাগ, ৰং-ৰহইচ কৰে। পৰব শেষ হলে, "মাজিয়ে" সোধাই দিয়া মাটি-বাৰীবিলাক প্ৰত্যেক গিৰিহঁতকে আকৌ ঘূৰাই দিয়ে। এওঁবিলাকে "পঞ্চায়ত" মানে।

মুণ্ডাৰ দৰেই এওঁবিলাকৰো বেলেগ বেলেগ "কিলি" আৰু "টাটু" (Totem) আছে। একে "কিলিৰ" ভিতৰত বিয়া-বাৰু নচলে।

বহুতো আদিম জাতিৰ ভিতৰত বিয়া দিয়াৰ আগতেই, ডেকা-গাভৰু সমিল-মিল হৈ ফুৰোতে, ছোৱালীৰ গৰ্ভ হয়। তেতিয়া, সেই ডেকা-গাভৰুক পঞ্চায়তে বিয়া পাতি দিয়ে।

চাওঁতাল গাৱঁত এজন "যোগ মাজি" থাকে। কোনো মানুহ যাতে অসৎ চৰিত্ৰৰ নহয়—তাত চকু দিয়া এওঁৰ কাম। কিন্তু দেখা যায়, ডেকা-গাভৰু অবাধে মিল হৈ ফুৰাত এওঁ—"যোগমাজি"য়ে চকু নিদিয়ে, কেৱল ছোৱালীৰ গৰ্ভ হ'লে, কোন ডেকাৰ পৰা হ'ল, সেইটোহে ধৰি, সেই ডেকা-গাভৰুৰ বিয়া পাতি দিয়ে। যাতে গাওঁখনত, দোষী ডেকাজনক ধৰিব নোৱাৰি কেলেঙ্কাৰীৰ সৃষ্টি নহয় অৰ্থাৎ "যোগ মাজি"য়ে ডেকা-গাভৰুৰ চাল-চলনত চকু ৰাখে।

চাওঁতাল ডেকাই গা ধন দি ছোৱালী একপ্ৰকাৰ কিনি আনি বিয়া পাতে। প্ৰায়ে চাওঁতাল ডেকাই ছোৱালী বলেৰে ধৰি আনি বিয়া পাতে। যেনে তেনে বলেৰে ডেকাই ছোৱালীৰ কঁপালত সেন্দুৰ লগাব পাৰিলেই ডেকাজন ছোৱালী জনীৰ গিৰিয়েক হৈ পৰে। এওঁবিলাকে একে "কিলি"ৰ ভিতৰত বিয়া নেপাতে। কেতিয়াবা, একে "কিলি"ৰ ডেকাৰ পৰা ছোৱালীৰ গৰ্ভ হলে, সেই ডেকাজনে আন "কিলিৰ" ডেকা এজনক কিনি আনি সেই ছোৱালীক বিয়া দিব লাগিব।

সাধাৰণ বিয়াত, এজন ডেকাই বিনা পইছাই শহুৰেকৰ ঘৰত পাঁচ বছৰ কাম কৰি দিব লাগে, তেহে ডেকাজনে ছোৱালী জনীক বিয়া কৰিবলৈ পায়।

বিধৱা-বিবাহ চলে। বিধৱা তিৰোতাৰ গা-ধন আন ছোৱালীৰ আধা। এটা কথা শুনা যায়, ককায়েকৰ বোৱেকৰ লগত দেওৰেকহঁত থকা আৰু ভিনীহিয়েকে খুলখালী ছোৱালীৰ লগত থকাটো দোষ বুলি নধৰে। কিন্তু ককায়েকে ভায়েকৰ ঘৈণীয়েকৰ লগত থকা, কোনো মানুহে জেশাহুৱেকৰ (ঘৈণীয়েকৰ বায়েকৰ) লগত থকাটো বৰ ডাঙৰ দোষ বুলি ধৰে।

ল'ৰা জন্ম হ'লে, গোটেই গাঁৱখনৰে অশৌচ হয়। সেই অশৌচত গাঁওখনত কোনো পৰব আদি নহয়। ছ-দিন বা ন-দিনৰ মূৰত শুধি হওঁতে, গোটেই গাওঁখনৰ মানুহে মূৰ খুৰায় আৰু কেচুৱাটোৰো মূৰ খুৰায় আৰু কেচুৱাটোক নাম এটা দিয়ে। সেই উপলক্ষে, নাচ-বাগ পৰব হয়।



মানুহ মৰিলে যেই সেই পানীৰ ওচৰত দাহ কৰে। মৰা মানুহটো নিওঁতে এটা কুকুৰা বলি দিয়ে। সকলো মানুহে শ্মশানত মূৰ খুৰায়। কেইটুকুৰামান শটোৰ হাড় এটা চৰুত সাফৰ মাৰি আনে। তাত থকা আত্মাটোৱে উশাহ-নিশাহ লবলৈ চৰুটোত বিন্ধা দিয়ে। বাকী হাড় ছাইবিলাক পানীত উটাই দিয়ে। সেই হাড় অনা চৰুটো গাওঁখনৰ দাঁতিয়েদি ঘূৰাই আনি ক্ৰিড়া ধৰা পুতেকৰ ঘৰত ওলোমাই থয়হি। তাৰ পাচত সুবিধা বুজি, সেই চৰুটো 'দামোদৰ' নৈত উটাই দিয়েগৈ। আমাৰ দেশত, ওচৰত থকা নৈ বা জানত উটায়গৈ। এনে নিকপকপীয়া দস্তুৰবোৰ চাহ বাগানত থকা চাওঁতালসকলৰ মাজত বৰকৈ দেখা নেযায়।

শস্যৰ উৎপাদনৰ "চাহৰায়ে" (Sahrae) পৰবটো ঘাই। এই পৰবত বহুতো কুকুৰা বলি দি, খুব লাওপানী খাই পাচ দিনা ডেকা-গাভৰুৱে—সকলোৱেই নাচ-বাগ কৰে। এই পৰবত, খোৱা-লোৱা, থকা-মেলাৰ কোনো বাচ্-বিচাৰ নাই। পৰবৰ শেহৰ দিনা "যোগ-মাজি"ৰ ঘৰত ভোজভাত খায়।

মুণ্ডাৰ দৰেই এওঁবিলাকে বহুত পৰব যেনে,—"চাকৰাচ" "বাহাঁ পৰব" অৰ্থাৎ কুলৰ পৰব, "ব্ৰকচিম্", "গোসাইচিম্, "ইৰি-গুন্দলি মোৱাই", "জাঠাৰ পূজা", "নাগচিম" আদি পালন কৰে।

অৱশ্যে, আজি কালি, আন আন আদিম জাতৰ মানুহৰ দৰে, এওঁবিলাকৰো বহুতেই পাদুৰী চাহাববিলাকৰ পৰা খ্ৰীষ্ট ধৰ্ম্ম লৈছে।

এওঁবিলাক ভাল খেতিয়ক। খেতি পথাৰৰ সুবিধা পাই, ভালেমান চাওঁতাল জাতৰ মানুহ আমাৰ ধুবুৰীৰ ওচৰত গাওঁ পাতি বসতি কৰিছেহি বুলি জনা যায়।

## সৱৰ বা চাওঁৰা

চাওঁৰা জাতৰ মানুহবিলাকক কিছুমান পণ্ডিতে কয়---দ্ৰাবিড়ী ভাষা কোৱা জাতিৰ সংমিশ্ৰণ। কিছুমান পণ্ডিতে কয়, কোল ভাষা কোৱা জাতৰ লগত সাদৃশ্য আছে। মুঠতে এই জাতৰ মানুহ উভয়ৰে সংমিশ্ৰণ নাইবা ভাৰতৰ অতি আদিম জাতিৰ মানুহ।

ৰাজমহল পৰ্ব্বতত এওঁবিলাকৰ জাতৰ মানুহ পোৱা যায়। উৰিষ্যা, চোটনাগপুৰ, মাদ্ৰাজ, বঙ্গদেশ, মধ্যভাৰতৰ পাহাৰবিলাকত সাধাৰণতে এই জাতিৰ

মানুহ থাকে। পণ্ডিতসকলে ভাৱে এই জাতৰ মানুহবিলাক "শালিবাহনৰ" ৰাজত্বত চাহবাদৰ সমভূমিত আছিল। পাচত ৰাজপুতবিলাকে এওঁবিলাকক দক্ষিণলৈ খেদি পঠায়। চাহবাদত এতিয়াও এওঁবিলাকৰ কিবাকিবি পুৰণি চিন-চাব আছে বোলে।

সংস্কৃত সাহিত্যতো 'সৱৰ' জাতৰ বিষয়ে পোৱা যায় বুলি ভাষাবিদ সকলে কয়।

এওঁবিলাকৰ আঁতি-গুৰিৰ বিষয়ে বহুতো আখ্যান আছে। এটা আখ্যানত এওঁবিলাক বিশ্বামিত্র ঋষিৰ নাতি। অবাধ্য হোৱাত ঋষিয়ে শাও দিলে, সেই শাপতে নীচ জাতৰ হ'ল। আন এটা আখ্যানত এওঁবিলাক বশিষ্ঠ ঋষিৰ কাম-ধেনুৰ পৰা উৎপত্তি হ'ল। এটা কাহিনীত এই জাতৰ মানুহেই শ্রীকৃষ্ণক গছৰ তলত বহি থাকোঁতে পহু বুলি শৰ মাৰি শ্রীকৃষ্ণৰ ভৰিত আঘাত কৰে। এটা কাহিনীত আছে, উৰিষ্যাত থকা, "সৱৰ জাত"ৰ মানুহৰ "দেৱতাই" সৃষ্টি কৰিছিল পুৰীৰ মন্দিৰ সাজিবৰ কাৰণে শিল আদি আনিবলৈ আৰু জগন্নাথৰ ৰথখন টানিবলৈ। পণ্ডিতসকলে ভাৱে, এই জাতৰ মানুহবিলাক "শালিবাহণৰ" ৰাজত্বত চাহাবাদৰ সমভূমিত আছিল। পাচত ৰাজপুতবিলাকে এওঁবিলাকক দক্ষিণলৈ খেদি পঠায়। চাহাবাদত "নন্দি" বোলা গৰুটো ৰাখি হাল বাবৰ কাৰণে মহাদেৱে আৰু এটা গৰু বিচাৰি গ'ল। কিন্তু ইতিমধ্যে সেই "সৱৰ" নামৰ মানুহটোৱে হাবি ভাঙি বৰকৈ ভাগৰ আৰু ভোক লগাত, সি মহাদেৱৰ "নন্দি" নামৰ গৰুটো কাটি খাই পেলালে। মহাদেৱে ঘূৰি আহি তেওঁৰ "নন্দি" গৰুক নেদেখি "সৱৰ"ক কি হ'ল বুলি সোধাত সি একো নেজানো বুলি ক'লে। তেতিয়া মহাদেৱে 'নন্দি'ৰ হাড়মূৰত শান্তি পানী চতিয়াই পুণৰ "নন্দি"ক জীয়ালে। কিন্তু মহাদেৱে খং কৰি "সৱৰ"ক শাও দিলে যে "সৱৰ" আৰু তাৰ পো-পোৱালী সদায় হাবি-পৰ্ব্বতত বাস কৰিব। পিন্ধিবলৈ নাম মাত্র কাপোৰ পাব আৰু খাবলৈও নিচেই কম অন্ন পাব। তেতিয়াৰ পৰাই 'সৱৰ' বিলাক পৰ্ব্বত আৰু হাবিত বাস কৰিবলৈ ল'লে। কিন্তু মহাদেৱে প্ৰথমতে সৃজন কৰোঁতেই 'সৱৰ'ক হাবিৰ ফল-মূল আৰু ঔষধৰ গছ-লতাবিলাক চিনাই দিছিল। এইবাবেই হাবিৰ বস্তু কোনটো খাব লাগে আৰু কোনটো খাব নেলাগে, সেইটো 'সৱৰ' বিলাকে জানে।



ডালৰ পৰা হোৱা পুলিৰ কাৰণে ডাল পচাইছে।

ভৈয়ামৰ বাংকুৰা আৰু উৰিষ্যা দেশত থকা 'সৰব' জাতিৰ মানুহে হিন্দুৰ আচাৰেৰে সৈতে ব্ৰাহ্মণ পুৰুহিত লৈছে। তেওঁবিলাকৰ দুটা খেল জুৰীয়া আৰু মুন্টিয়া। এই দুটা খেলৰ ভিতৰত বিবাহ নচলে জুৰীয়া খেলৰ মানুহে মানুহ মৰিলে নৈ বা জানৰ দাঁতিত পোতে বা দাহ কৰে। মুন্টিয়া খেলৰ মানুহে কিন্তু মৰা শটো বৰগছ বা কোনো ডাঙৰ গছৰ তলত পোতে বা পোৰে। এওঁবিলাকৰ ভিতৰত ব্যৱসায় অনুযায়ী যেনে কমাৰ, কুমাৰ আদিৰ কাম, ( 'কিণ্ডল' ) বেত, বাঁহৰ কাম কৰা, "কুম্বি" ( কুমাৰৰ কাম কৰা ) পোৱা যায়।

'সৰব' বিলাকে দুজনীতকৈ বেছি তিৰোতা নেৰাখে। সাধাৰণতে ভৈয়ামত থকাসকলক 'সৰব' কয়। হাবি-পৰ্ব্বতত থকাসকলক "চাওৰা" কয়।

হাবি আৰু পৰ্ব্বতত থকা 'সৰব' বা "চাওৰা "বিলাকে আদিম মানুহৰ দৰে হাবিতলীয়া হৈয়ে আছে। তেওঁবিলাকে খেৰ-বাঁহৰ চাংঘৰ সাজি থাকে। জুৰিৰ ওপৰত পথালিকৈ দীঘল দীঘল গছ পেলাই তাৰ ওপৰত ঘৰ কৰি থাকিবলৈ ভাল পায়। এওঁবিলাকে ধেনু-কাড় মৰাত বৰ পাকৈত।

এওঁবিলাকে ম'হৰ মঙহ খায় কিন্তু গৰুৰ মঙহ নেখায়।

মানুহবিলাকে কাপোৰ প্ৰায়ে নিপিন্ধে। গছৰ পাত আৰু বাকলি চিৰাচিৰ কৰি, তিৰোতাবিলাকে মেখেলা পিন্ধি লজ্জা নিবাৰণ কৰে। সৰহকৈ কাপোৰ পিন্ধিলে বেমাৰ হয় বুলি ভাৱে। এওঁবিলাকে বাৰতকৈ অধিক সংখ্যা গণনা কৰিব নোৱাৰে বা নেজানে। এবাৰ তেনো মাটি জোখোতে তেৰ গণনা কৰি এজন মানুহ মৰিল। তেতিয়াৰ পৰা কিছুমান ইংৰাজৰ দৰে তেৰ সংখ্যাটো এওঁবিলাকৰ কাৰণে অমঙ্গলীয়া হৈ পৰিল। এই হাবিতলীয়া "চাওৰা"বিলাকে স্বাধীন ভাৱে ধেনু-কাড় মাৰি হাবিত বিচৰণ কৰি ফুৰে। মানুহবিলাক সাধাৰণতে ক'লা-ধৰণৰ চাপৰ চাপৰ। কিন্তু বল-শক্তিত আৰু সাহসত ভৈয়ামৰ ওখ-ডাঙৰ মানুহতকৈও চোকা আৰু প্ৰবল। এওঁবিলাকে চুলিৰ খোপা মূৰৰ ওপৰত বান্ধে; কেতিয়াবা কাণৰ দুই দাঁতিয়ে দুকোছা চুলি এৰি থয়। এওঁবিলাকক গঞ্জাম, মহেন্দ্ৰগিৰি, আদিৰ হাবি পৰ্ব্বতত থকা পোৱা যায়। এওঁবিলাকে ধানখেতি কৰিবলৈ লৈছে।

[ ]

হাবিতলীয়া 'চাওৰা'বিলাকৰ দেওপূজা আদি মুণ্ডাবিলাকৰ দৰেই কৰা দেখা যায়।

বাংকুৰাত থকা 'সৱৰ'বিলাকে বিধৱা বিবাহ নকৰে। আনবিলাকে বিধৱা বিবাহ কৰে। ককায়েকৰ বোৱৰেকক দেওৰেকে ৰাখিব পাৰে। বিধৱা হোৱাৰ পাচত দেওৰেকক বিয়া নকৰিলে, সেই বিধৱাজনী নিজৰ মাক-বাপেকৰ ঘৰত এবছৰ থাকিবগৈ লাগে। তেতিয়া সেই বিধৱাই যাকে তাকে বিয়া কৰিব পাৰে।

এওঁবিলাকৰ কোনোবাই দুজনী তিৰোতা ৰাখিলে, প্ৰতিজনী তিৰোতাক থাকিবলৈ বেলেগ ঘৰ দিব লগা হয়।

'সৱৰ' বা 'চাওৰা'ৰ বিয়াৰ নিয়ম অলপ বেলেগ। দৰাৰ বাপেকে আপোন মানুহৰ লগত কথা পাতি এজনী ছোৱালী ঠিক কৰি, ছোৱালীৰ বাপেকক খবৰ দি, এদিন লাওপানী লৈ ছোৱালীৰ বাপেকৰ ঘৰলৈ যায়। বাপেকৰ সেই লৰাক ছোৱালী দিবলৈ মন নাথাকিলে, ঘৰৰ দুৱাৰখন জপাই থয় আৰু দৰাৰ বাপেকে নিয়া লাওপানী নোচোৱেও আৰু নেখাইও। তেতিয়া বিয়াৰ কথা আৰু নুঠে। বাপেকে যদি ছোৱালী দিবলৈ মন কৰে, তেতিয়া ঘৰৰ দুৱাৰখন মেলি থয় আৰু ছোৱালী খুজিবলৈ যোৱা মানুহবিলাকক, ছোৱালী ঘৰ পাওঁতেই ছোৱালীঘৰীয়া মানুহবিলাকে সিহঁতক মাৰপিট কৰে। সেই মাৰপিটত কেতিয়াবা তেজ ওলাই, সৰু-সুৰা ঘুনো হয়। দৰাঘৰীয়া মানুহবিলাকে সেই মাৰপিট হাঁহি মুখেৰে লয়, কাজিয়া নকৰে। তেতিয়া দৰা ঘৰে নিয়া লাওপানী ছোৱালীৰ বাপেক আৰু আন আন মানুহে খায়। তাতেই ছোৱালী খোজা হয়। ইয়াৰ পাচত, ছোৱালীৰ ঘৰত থকা প্ৰত্যেক জন মতা মানুহকে একো একো পাট কাড় দিয়ে আৰু তিনিকলহ লাওপানী খাবলৈ দিয়ে। তাতে সকলোৱে মদ-ভাত খায়। ইয়াৰ কিছু দিনৰ পাচত, দৰাঘৰীয়াই আৰু তিনি কলহ লাওপানী, কলহত হালধি সানি ছোৱালীৰ ঘৰলৈ যায়। এইবাৰ ছেৱালী ঘৰৰ মানুহৰ গাত হালধি সানি দিয়েগৈ। তাৰ পাচত বিয়াৰ দিন ঠিক হয়। দৰাক ছোৱালীৰ ঘৰলৈ লৈ যাওঁতে, দৰাঘৰীয়া মানুহে বাটত নাচ-বাগ কৰি যায়।

এইদৰে নাচ-বাগ কৰি যাওঁতে, গান-বাজনা বজায়, ঢোল কেতিয়াও নবজায়। কিয়নো ঢোল শ্মশানলৈ যাওঁতেহে তেওঁবিলাকে বজায়।



দৰাঘৰীয়াই লগত কুৰি কলহ লাওপানী, ছোৱালীৰ মাকলৈ পিতলৰ বালা এজোৰ আৰু কাপোৰ এখন আৰু ছোৱালীৰ বাপেকলৈ আৰু ঘৰৰ মতাবিলাকলৈ একোটা পাগুৰি লৈ যায়।

যেতিয়া বিয়াৰ সকলো ঠিক হয়, তেতিয়া তেওঁবিলাকৰ পুৰোহিত আহি, বিয়া দিয়া ঠাইখন ৰঙ-বিৰঙৰে সজাই, এটা পাত্ৰত লাওপানী থয়, আৰু ওচৰতে কাড় এপাট খোচমাৰি থয়। সেই লাওপানীৰ পাত্ৰটো লৈ পুৰোহিতে দেওবিলাকক স্মৰণ কৰে আৰু পূৰ্ব্বপুৰুষৰ মতা-মাইকীবিলাকৰ নাম উচ্চাৰণ কৰে। সেই পাত্ৰৰ মদ তেতিয়া পবিত্ৰ হয়। পুৰোহিতে সেই লাওপানী পাত এখিলাত লৈ তাত থকা বুঢ়া-মেথা সকলোৰে গাত চটিয়াই দিয়ে।

তেতিয়া ছোৱালীৰ বাপেকে পুৰোহিতক কয়,—"বয়া [ Boya ] মই দৰা ঘৰৰ মদ খালো। ছোৱালী দিবলৈ মই ৰাজী। এতিয়া ছোৱালীক সুধিব লাগে। তাই ৰাজি হয়নে নহয়।"

তেতিয়া ছোৱালীক সোধা হয়। ছোৱালীয়ে তেতিয়া উত্তৰ দিয়ে,—"ময়ো 'সৱৰ' দৰাত 'সৱৰ' জাতৰ, দৰাঘৰীয়া 'মদ' বোপায়ে আৰু মোৰ ককাইভায়ে খালে। গতিকে, এই বিয়াত মই ৰাজি।" ইয়াৰ পাচত আঁতৰাই থোৱা দৰাঘৰীয়া মদ একলহ ছোৱালীৰ বাপেকে কিনি লৈ, দৰাঘৰীয়াক খাবলৈ দিয়ে। আৰু বিয়াৰ কাৰ্য্য সমাপন হয়।

গাওঁখনৰ প্ৰত্যেকঘৰ মানুহেই দৰা-ছোৱালীহালক নি মদ-ভাত খাবলৈ দিয়ে। তাৰ পাচত, দৰাই ছোৱালীক লৈ ঘৰলৈ যায়।

এওঁবিলাকৰ পুৰণি নিয়মত ডেকাই ছোৱালীজনীক বলেৰে ধৰি লৈ যায়। ছোৱালীজনীয়ে ল'ৰাটোক ভাল পালে তিৰোতাহৈ থাকি যায়। নহলে পলাই ঘৰলৈ যায়। এজনী ছোৱালী এইদৰে পলালে তিনিবাৰকৈ ডেকাজনে ছোৱালীজনীক ধৰি নিয়ে। তিনিবাৰতো ছোৱালীজনী পলাই গলে, তেতিয়া সেই ছোৱালীজনী এৰি দিয়ে।

এওঁবিলাকৰ ডাঙৰ ভোজ-ভাতত খুব মদ খাই আৰু নাচ-বাগ কৰে। এনে ডাঙৰ ভোজত সকলো আনন্দত মতলীয়া হৈ পৰে, কোন কাৰ মতা, কোন কাৰ

মাইকী চিন নোহোৱা হৈ পৰে। এনে অৱস্থাত, কেতিয়াবা কেতিয়াবা তেওঁ-বিলাকৰ ভিতৰত ডাঙৰ মাৰপিট লাগে।

বিধৱা বিবাহত গাহঁৰি এটা কাটি পূজা দিয়ে। যাতে আগৰ মতাটোৰ দেও আহি, নতুন মতাটোক অপকাৰ নকৰেহি।

এজনী মাইকীয়ে নিজৰ মতা এৰি আন এটা মতা ধৰিলে, পুৰণিটোৱে নতুন মতাটোৰ ভাল ম'হ বা গাহৰি এটাক কাঢ় মাৰি, মাৰি আনি গাৱঁৰ ৰাইজক ভোজ দিয়েহি। এই কাম একো দোষৰ নহয়।

এওঁবিলাকৰ মাজত গাভৰু ছোৱালীৰ বিয়া হয়। কিন্তু উৰিষ্যা দেশত থকা চাওতা ( সৱৰ ) কিছুমানে বাল্য-বিবাহ চলায়।

'সৱৰ' বা 'চাওৰা'বিলাক মাদ্ৰাজ, বিহাৰ, উৰিষ্যা আৰু মধ্য-ভাৰতত বাস কৰে। হাৰি আৰু পৰ্ব্বতত থকা সকলক সাধাৰণতে "চাওৰা" কয়।

## দাক্ষিণাত্যৰ বন্যুৱা

মাদ্ৰাজৰ ফালৰ পৰা অহা বন্যুৱাবিলাকে টেলেগু আৰু তামিল ভাষা কয়। সেই বাবেই এই বন্যুৱাসকলক অসমৰ চাহ-বাগিচাবিলাকত "টেলেঙা" বুলি কয় অৰ্থাৎ টেলেগু ভাষা কোৱা মানুহ। এওঁবিলাকৰ প্ৰত্যেকৰে বেলেগ বেলেগ জাত আছে। আৰু মাদ্ৰাজৰ ফালৰ দাক্ষিণাত্যৰ পৰ্ব্বতীয়া ঠাইত বাস কৰা বন্যুৱাবিলাকৰ নিজৰ নিজৰ বেলেগ বেলেগ উপভাষা আছে। অৱশ্যে এই ভাষাবিলাকো টেলেগু তামিলৰ দৰে দ্ৰাবিড়ী ভাষাৰ পৰা ওলোৱা বুলি ভাষাতত্ত্ব-বিদ পণ্ডিতসকলে কয়।

দ্ৰাবিড়ী ভাষাৰ পৰা ওলোৱা ভাষা কোৱা আদিম জাতিবিলাক বিহাৰ, উৰিষ্যা, ভাগলপুৰ, চাম্পাৰণ, ৰাচি, মধ্যভাৰত আদিত সিঁচৰিত হৈ আছে। তাৰে এটা আদিম জাতি ওৰাণ বা ওৰাং [Oran]।

## ওৰাণ বা ওৰাং [Oran]

এই জাতৰ বেছিভাগ মানুহ ৰাচি জিলাত পোৱা যায়। সাধাৰণতে এওঁবিলাকৰ পাচোটা ফৈদ ; বেৰ্গা ওৰাং, ধানকা ওৰাং, খাৰিয়া ওৰাং, খেন্দ্ৰ ওৰাং আৰু মুণ্ডা ওৰাং। পণ্ডিতসকলে কয়, মুণ্ডা আৰু ওৰাং এই দুইজাতি ভাৰতৰ



প্ৰাচীনতম জাতি। পণ্ডিতসকলে কয়, এওঁবিলাক প্ৰথমতে পশ্চিম ভাৰতত আছিল। মুছলমানে ভাৰত আক্ৰমণ কৰোঁতে এওঁবিলাক ৰাচি আৰু ৰাজমহল আদি পৰ্ব্বতীয়া ঠাইলৈ আঁতৰি আহিল।

ৰাচিত মুণ্ডাবিলাক আগৰে পৰা আছিল। সেই ঠাইৰ দেওবিলাকক মুণ্ডাই পূজা কৰি আছে বুলি ওৰাংবিলাকে তাত, দেও পূজাবিলাকত মুণ্ডাকে পুৰোহিত ললেহি কিন্তু মুণ্ডা আৰু ওৰাঙৰ ভিতৰত সাধাৰণতে বিয়া নহয়। ওৰাংবিলাকৰো বেলেগ বেলেগ 'টাটু' (Totem) আছে। একে "টাটুৰ" ফৈদৰ ভিতৰত ওৰাঙৰ বিয়া নহয়। মুণ্ডাৰ দৰেই ওৰাঙে গাওঁ পাতি লয়। গাওঁখনত ওৰাঙে এজন ঘাই মানুহ "খুণ্ট" পাতি লয়। এই ঘাই মানুহজনেই গাওঁখনৰ সকলো কাম চলায়। এওঁবিলাকৰো ককায়েকে ভায়েকৰ ঘৈণীয়েকক বিয়া কৰাব নোৱাৰে। দেওৰেকে বৌৱেকক বিয়া কৰাব পাৰে। সেই দৰেই জেশাহুৰেকক নোৱাৰে, কিন্তু খুলশালীয়েকক বিয়া কৰিব পাৰে। এওঁবিলাকে গাভৰু ছোৱালীহে বিয়া দিয়ে। বাল্য-বিবাহ নচলে।

ডেকাবিলাকে ছোৱালীৰ মন পাবলৈ, ছোৱালীক না না তৰহৰ ফুল উপহাৰ দিয়ে আৰু পথাৰৰ এন্দুৰ মাৰি খাবলৈ দিয়ে। ডেকা-গাভৰু মিল হৈ ফুৰোতে ছোৱালীৰ মাক-বাপেকে ৰবকৈ চকু নিদিয়ে। কিয়নো, ছোৱালীৰ গৰ্ভ হলেই সেই ডেকাৰ লগত সহজতে বিয়া পাতি দিব পাৰে। এওঁবিলাকৰ অবিবাহিত ডেকাবিলাক আৰু গাভৰু ছোৱালীবিলাক বেলেগ বেলেগ ঘৰত থাকে। সৰু লৰাবিলাকে ডাঙৰৰ আলপৈচান ধৰাৰ নিয়ম আছিল। ছোৱালীৰ ঘৰটোত এজনী বুঢ়ীয়ে তত্ত্বাৱধান লৈছিল। অৱশ্যে এই নিয়মটো এতিয়া কটকটীয়া নহয়।

এওঁবিলাকে বিয়াত, ছোৱালীৰ গা-ধন দিব লাগে বিয়াৰ দিন ঠিক হ'লে। সেই দিনা দৰাক লৈ দৰা ঘৰীয়া মানুহে যাঠী-জোং লৈ ৰণলৈ যোৱাৰ দৰে ছোৱালীৰ ঘৰলৈ যায়। আৰু ছোৱালী ঘৰৰ মতাবিলাকেও যাঠী-জোং লৈ ৰণ কাৰবলৈ অহাৰ দৰে আগবাঢ়ি আহে। মাজবাটতে দুই দলৰ দেখা-দেখি হ'লে, ভাওনা-যুদ্ধ এখন [Mimic conflict] এখন কৰি, দুই দলে নাচ-বাগ কৰে। তেতিয়া ছোৱালীৰ ঘৰৰ আগত সাজি থোৱা 'বিয়া মণ্ডপলৈ' দৰাক লৈ যায়। এচিৰা ধান আৰু এখন নাঙলৰ যুৱলিৰ ওপৰত এটা শিল থয়। সেই শিলটোৰ

ওপৰত দৰা-ছোৱালী থিয় হ'ব লাগে। সেই ঘৰটোত কাপোৰৰ বেৰ দিয়ে। তাৰ ভিতৰত দৰাই ছোৱালীৰ কপালত সেন্দুৰ দিয়ে আৰু দৰাঘৰীয়া, ছোৱালী-ঘৰীয়াই ইজনে সিজনক সেন্দুৰ দিয়ে। সেন্দুৰ দিয়া কাম অন্ত হ'লে তাত আগতে থোৱা পানী ইজনৰ গাত সিজনে চটিয়াই গা ধোৱে। গা-ধুই তাৰ পৰা দৰা-কন্যা ওলাই যায়। কাপোৰ সলাই ঘূৰি আহিলে তাত থকা সকলোৱেই দৰা-কন্যাক মতা-তিৰোতা হ'ল বুলি সন্মানৰ ওলগ জনায়।

কেইবাজনীও তিৰোতা বিয়া কৰাৰ অধিকাৰ আছে, কিন্তু সাধাৰণতে এজনী তিৰোতাৰেই তেওঁবিলাকে ঘৰ পাতে।

বিধবাই যাকে-তাকে বিয়া কৰিব পাৰে। পঞ্চায়ত নবহাকৈয়ে খুছি মতে, মতা-তিৰোতাই এৰা-এৰি হ'ব পাৰে।

এওঁবিলাকৰ দেও-পূজাবিলাক মুণ্ডাৰে সৈতে মিলে। কেৱল মুণ্ডাবিলাকৰ দেওৰ কোনো প্ৰতীক পূজাত নলয়। ওৰাংবিলাকে কিন্তু পূজাত শিল বা গছৰডাল কিম্বা মাটিৰে এটা আকৃতি আঁকি পূজা কৰে। এওঁবিলাকেও "ধৰ্ম্মি" বা 'ধৰ্ম্মেশ" বুলি এজন ডাঙৰ দেৱতাক পূজা কৰে। এই জনক সূৰ্য্যৰ দেৱতা বুলি ভাৱে।

এওঁবিলাকৰ পাপ-পূণ্যৰ জ্ঞান নাই। সাধাৰণতে, বেয়া দেওবিলাকে বেমাৰ-আজাৰ আনে বুলি, সেই দেওবিলাকক পূজা কৰে। ডাইনীক [Witch craft] খুব বিশ্বাস কৰে। কাৰোবাক ডাইনী বুলি ধৰি ল'লে, সিহঁতক মাৰিবলৈও কুণ্ঠিত নহয়।

ওৰাংবিলাকৰ বহুতেই খ্ৰীষ্টিয়ান ধৰ্ম্ম পাদুৰীবিলাকৰ পৰা লৈছে। কিন্তু ওৰাং আৰু মুণ্ডা উভয়ে "কৰম পূজা" মানে আৰু কৰে।

বহুতে ভাৱে চোটনাগপুৰত হেনো জয়ে জয়ে হালবাই খেতি কৰা প্ৰথা এওঁবিলাকেই উলিয়াইছিল। এওঁবিলাকে ফুল বৰ ভাল পায় আৰু খেতিৰ কাম কৰোঁতে হাঁহি ধেমালিৰে কাম কৰে। এওবিলাকৰ বহুত ফৈদ আছে। প্ৰত্যেক ফৈদৰে বেলেগ বেলেগ টাটু (Totem) আছে।



## মাল-পাহাৰীয়া ( Mal Paharia )

ৰাম গড় পাহাৰ আৰু চাওঁতাল পৰগণাত এই জাতৰ মানুহে বাস কৰে। এওঁবিলাক "মালে" [ Male ] বুলি এটা অনাৰ্য্য পাহাৰী জাতৰ পৰা ফাটি অহা বুলি নৃতত্ত্ববিদসকলে ঠাৱৰ কৰিছে। এওঁবিলাকে হিন্দুৰ বহুতো আচাৰ লৈছে। এওঁবিলাকে "কালী" আৰু "লক্ষ্মী" দেবীক পূজা কৰে আৰু পূৰ্ব্ব-পুৰুষসকলৰ আত্মাকো মানে। গাওঁখনত সকলোৱে উমৈহতীয়া দেৱীক স্থাপন কৰি পূজা-পাতল কৰে।

মানুহ মৰিলে দাহ কৰি, হাড় এডাল আনি থয় আৰু পাছত সেই হাড় ডাল নৈত উটাই দিয়ে। এওঁবিলাকৰ নিজৰ পূৰ্ব্ব-পুৰুষ এজনী গাইৰ পৰা উদ্ভৱ হ'ল বুলি বিশ্বাস কৰে।

এওঁবিলাকে বাল্য-বিবাহ আৰু বয়সীয়াল ছোৱালীৰ বিয়া দুই ৰকমেই কৰে। বিয়া পদ্ধতি আদিম, তাত কিন্তু কিছুমান হিন্দুৰ আচাৰ সুমুৱাই লৈছে। কোনো মধ্যস্থ মানুহে বিয়াৰ কাৰবাৰ কৰে। দৰাই ছোৱালীৰ কপালত সেন্দুৰ দিয়া-টোৱেই বিয়াৰ মূাই কাম। বিধৱা বিবাহ চলে। পঞ্চায়তৰ বিচাৰত মতা-মাইকীয়ে এৰা এৰি [ Divorce ] হ'ব পাৰে।

এওঁবিলাকে দেওপূজা কৰে। "ধাত্ৰী মাই" ( ধৰিত্ৰী ) পৃথিবীৰ দেৱীক আৰু "সিং বাহিনী" দেওক [ যি বাঘ, সাপ আদিৰ পৰা মানুহক ৰক্ষা কৰে ] পূজে।

এওঁবিলাকে হাবিত, "ঝুম-খেতি" কৰে আৰু হাবিত, ফল-মূল খাই ফুৰে। চিকাৰো কৰে।

এওঁবিলাকে চাহ-বাগানলৈ আহোঁতে, অকলে নাহে—দুই তিনিটা পৰিয়াল লগ হৈ আহিবলৈ ভাল পায়। এওঁবিলাক বৰ পৰিশ্ৰমী বনুৱা। ভাল ব্যৱহাৰ কৰিলে, এওঁবিলাকে ভাল কাম কৰে। এওঁবিলাকৰ ভাষা গুৰিতে দ্ৰাবিড়ী ভাষাৰ পৰা ওলোৱা হ'লেও ভাষাত তেওঁবিলাকৰ মৌলিকতা আছে।

এওঁবিলাকে অবিবাহিত ডেকা-গাভৰুক আবাধে মিল হ'বলৈ দিয়ে। ডেকা-গাভৰুৰ মাজত যি ব্যভিচাৰ হয়, সেইটো দোষ বুলি নধৰে। এইদৰে অবাধে

ফুৰেঁাতেই গাভৰুৱে নিজৰ মতা বাচি লয়। মুণ্ডাবিলাকৰ দৰেই, সেন্দুৰ দিয়াই বিয়াৰ ঘাই কাম। কিন্তু, বিয়াৰ পাচত, কোনো ব্যভিচাৰ হ'লে, সেইটো বৰ দোষৰ কথা হয়। বিয়াত ছোৱালীৰ বাপেকে পুৰুহিতৰ কামো কৰে। ছোৱালীৰ গা ধন লয়।

এওঁবিলাকৰ দেওপূজাত, 'ধৰ্ম্ম পেন্নু' 'গৰু পেন্নু' আৰু "তৰু পেন্নু" বুলি তিনিজন ডাঙৰ দেওক মানে আৰু পূজা দিয়ে।

পূৰণি কালত এওঁবিলাকৰ "নৰ-বলি" দিয়া প্ৰথা আছিল, এতিয়া এই প্ৰথা নাই।

এওঁবিলাকৰ ঘৰখনত প্ৰথমতে জন্ম হোৱা ল'ৰাটোৰ লগত 'দেও' আহে বুলি বিশ্বাস কৰে।

দেওপূজাত এওঁবিলাকৰ দেও উঠে। দেৱে কোৱা কথা বিশ্বাস কৰে। এইদৰে আন আন কিছুমান আদিম জাতিৰ ভিতৰতো দেওপূজাত দেও উঠে বুলি জনা যায়। নিজৰ জাতৰ ভিতৰতে পুৰোহিত লয়। এওঁবিলাকৰ গাৱঁৰ 'মুৰ্তা' ( Chief ) জন পুৰুষানুক্ৰমে হয়। এওঁবিলাকে ডাইনী বিশ্বাস কৰে।

## পেইদী ( Paidi )

এই জাতৰ মানুহৰ আচাৰ-ব্যৱহাৰ 'পাণ' আৰু 'ডোম' জাতৰ মানুহৰ লগত প্ৰায়ে মিলে। চাহ বাগিচাত এওঁবিলাকক 'পাণ' আৰু 'ডোম'ৰ লগত ধৰে। এওঁবিলাকৰ বহুতো আচাৰ হিন্দুৰ দৰেই। এওঁবিলাকে বৈষ্ণৱৰ দৰে শ্ৰীৰাম চন্দ্ৰক মানে। এওঁবিলাকৰ কিছুমান দস্তুৰ, 'টেলেগু' ভাষা কোৱা দ্ৰাবিড়ী বিলাকৰ লগত মিলে।

মানুহ মৰিলে দাহ কৰে। আৰু মৰিশালিৰ ওপৰত এখন চুৰিয়া মেলি দিয়ে আৰু তাত খোৱা বস্তু দিয়ে। মৰাৰ চতুৰ্থ দিনা গাহৰি এটা মাৰে, তাৰ ঠেং এটা, মানুহজন মৰাৰ ঠাইত ওলোমাই দিয়ে। শুধি হওঁতে, মানুহবিলাকে তেল আৰু হালধি গাত ঘঁহে। বছেৰেকত এবাৰ পূৰ্ব্ব পুৰুষসকলৰ আত্মাক পূজা কৰে।



## ওদ্দে ( Odde )

এওঁবিলাকৰ জাতৰ আন এটা নাম, "ৰেদ্দাৰ"। অসমৰ চাহবাগানত এই জাতবিলাকক ( টেলেগু ভাষা কোৱা ) টেলেঙা বুলিয়েই জনাজাত। উৰিষ্যা দেশৰ পৰা দক্ষিণলৈ যোৱা বুলিয়েই এওঁবিলাকক "উৰ্দ্দিয়া" বা "উৰ্দ্দে" বুলি কয়। এয়ে বহুতৰ মত। এওঁবিলাকৰ সাধাৰণ ব্যৱসায় নাৱৰীয়া, শিল ভঙ্গা, কুঁৱা খন্দা আদি। মানুহবিলাক ৰঙিয়াল কিন্তু মদ খাই মতলীয়া হয়। এওঁ-বিলাক সিমান চোকা বুদ্ধিৰ নহয়।

মানুহবিলাক উদাৰ স্বভাৱৰ। কাম কৰোৱা ওপৰৱালাক সহজতে বিশ্বাস কৰে। খোৱা-লোৱাত বাচ-বিচাৰ নাই। সকলো চৰাই আৰু জন্তুকে খায়। তথাপি মানুহবিলাক অলপ অভিমানী। হিন্দুৰ ওপৰ জাতে বন্ধাৰ বাহিৰে আন জাতে ৰান্ধি দিলে নেখায়।

এওঁবিলাকে নিজে দুখীয়া হৈ থকাৰ বিষয় লৈ এটা অন্যায় আছে। এসময়ত দেৱতা আৰু মানুহে পানী খাবলৈ, এওঁবিলাকৰ হতুৱাই, দেৱতাসকলে এটা পুখুৰী খন্দাইছিল। পুখুৰী খন্দাৰ বাবে এওঁবিলাকক শিৱৰ গাত থকা পৱিত্ৰ ছাই, দিন মজুৰী দিছিল। এই ছাইবিলাক, ঘৰলৈ আনিলত সোণ-ৰূপ হৈ পৰিল। এওঁবিলাকে তেতিয়া আৰু সৰহকৈ পাবলৈ শিৱক ধৰিলেগৈ। তেওঁ-বিলাকৰ মতি-গতি দেখি শিৱই শাও দি ক'লে, "ইহঁতে কেতিয়াও পৰিশ্ৰম কৰি খাবৰ জোখাৰে ফল নেপাব।" তথাপি পাৰ্ব্বতীয়ে দয়া কৰি, সিহঁতে হাল কোৰ বোৱা ঠাইত, কিছুমান ৰূপ দ'ম কৰি পুতি থ'লেহি, সিহঁতে ও কোৰ মাৰোঁতে পায়। এওঁবিলাকে কিন্তু কাম কৰোঁতে, সেই মাটিৰ দ'মটো কিহবাৰ দ'ম বুলি নেখান্দি এৰিথৈ গ'ল। তেতিয়াৰে পৰা এওঁবিলাক দুখীয়া হ'ল।

এওঁবিলাকৰ কৰ্ম্ম অনুযায়ী,—( যেনে, কাম, শিল্পৰ কাম ) ভালেমান ফৈদ আছে। ফৈদে ফৈদে টাটু ( Totem ) আছে।

গাওঁবিলাকত পঞ্চায়ত আৰু এজন মুখীয়াল থাকে। তেওঁবিলাকেই গাৱঁৰ সকলো কথা বিচাৰ কৰি দিয়ে।

সকলো আদিম জাতৰ দৰেই এওঁবিলাকৰো কিছুমান দস্তুৰ আছে। ছোৱালীৰ যেতিয়া কন্যাকাল হয়, তেতিয়া কিছুমান নিয়মত,—শুধি কৰোঁতে, ছোৱালীজনী থকা ঘৰৰ দুৱাৰত মাৰ্গোছা ( Meargosa ) বুলি এবিধ গছৰ ডাল-পাত আঁৰি দিয়ে। ছোৱালীজনীক সাদিনলৈকে কোনো মঙ্গহ খাবলৈ নিদিয়ে। সাদিনৰ দিনা, এবাৰ কণী পৰা এজনী ক'লী কুকুৰা মাৰি, সেই মঙ্গহ মছলা সানি সিজাই খাবলৈ দিয়ে। পঞ্চায়তে বিচাৰ কৰা দোষীক, ৰাইজৰ আগত বেতেৰেও কোবায়। গাৱঁৰ "মুখীয়াল" জনে দোষীৰ ওপৰত বৰ টান ব্যৱস্থা লয়।

এওঁবিলাকৰ ভিতৰত বাল্য-বিৱাহো আছে। কিন্তু সাধাৰণতে ডেকা-গাভৰুৰহে বিয়া হয়। বিয়াৰ নিয়ম, ঢোতালত পোতা মূৰ্ত্তি এটাৰ কেউফালে দৰা-কন্যাই তিনিবাৰ প্ৰদক্ষিণ কৰিব লাগে। তিনিদিনৰ দিনা, দৰা-ছোৱালী হাল পুখুৰী এটালৈ গৈ দৰাই এপাছি মাটি খান্দি দিব লাগে আৰু ছোৱালীজনীয়ে সেই মাটি পাছি কিছুদূৰ কঢ়িয়াই নিব লাগে। তেতিয়াই বিয়াৰ কাৰ্য শেষ হয়।

এওঁবিলাকে মৃতকৰ শটো নতুন কাপোৰ এখনেৰে মেৰিয়াই লৈ গৈ শ্মশানত পুতি থয়।

গাতত শটো থোৱাৰ আগতে, মৃতকৰ চকুত চাউল চটিয়াই থয়। বৈষ্ণৱ ধৰ্ম্ম লোৱা সকলে শটো ধুৱাই-পখালি পৱিত্ৰ ছাই ঘঁহি দিয়ে। শটো গাতত থ'লে, তাত থকা সকলোৱেই শটোৰ ওপৰত মাটি দিয়ে। শুধি হ'বৰ দিনা, ঘৰৰ সকলো মানুহ পুখুৰীলৈ গৈ গা-ধোৱে আৰু পুখুৰীৰ পাৰত মাটিৰে মৃতকৰ আকৃতি এটা সাজি আগত খোৱা বস্তু দিয়ে।

গিৰিয়েক মৰিলে তিৰোতাজনীয়ে পুখুৰীলৈ গৈ তাইৰ হাতৰ বালাবিলাক ভাঙি তিনিটা জোবোৰা মাৰি গা ধোৱে। তাৰ পৰা ঘূৰি আহি পাচ দিনা পুৱালৈকে অকলে ঘৰত সোমাই থাকে। পাচ দিনা বেলি ওলাওঁতে, তাক মন্দিৰ এটালৈ [ আগলৈ ] লৈ যায়। তাতে তাই গৰু এজনীৰ নেজত ধৰি তিনিটা আজোৰ মাৰিব লাগে। ইয়াৰ পাচত সেই বাৰী তিৰোতা গৰাকীয়ে সকলোৰে লগত চোৱা-চুই কৰিব পাৰে আৰু আকৌ আন এজন পুৰুষক বিয়া কৰিবলৈ অধিকাৰ পায়।



## গণ্ড [Gonds]

এওঁবিলাকৰ গুৰি একেবাৰে দ্ৰাবিড়ী। এওঁবিলাকৰ ভাষা তামিল, টেলেগু আৰু কানাড়ীৰ লগত বহুতো মিল। এওঁবিলাকে নিজক "কৈতুৰ বা "কোই" (Koitur or Koi) বুলি কয়। এওঁবিলাকক আন মানুহেহে "গণ্ড" নাম দিলে।

মধ্য ভাৰতত, এওঁবিলাকৰ দেশখনত আগতে "গণ্ডোৱানা" বুলি জনাজাত আছিল। তাত এওঁবিলাকৰ নিজৰ ৰজা আছিল। পাচত হিন্দু আৰু ৰাজপুত আৰু মুছলমান সকলে আক্ৰমণ কৰাত, গোদাবৰী নৈলৈকে—চিন্দোৱাৰা, চেউনি, বিটল, মাদৃলা আৰু সাতপুৰাৰ পৰ্ব্বতীয়া ঠাইবিলাকলৈ আঁতৰি গ'ল। সকলো ঠাইতে এওঁবিলাকৰ নিজৰ ৰজা আছিল। এওঁবিলাকৰ পুৰণি গড় (fort) আদি পোৱা যায়। অসমৰ চাহ বাগানলৈও এওঁবিলাকৰ মানুহ আহিছে। এওঁবিলাকে "লিঙ্গো" (Lingu) বুলি এজন জাতীয় বীৰৰ নাম স্মৰণ কৰে। গল্পটো হৈছে যে মহাদেৱে এটা পৰ্ব্বতত গণ্ডবিলাকক বন্দী কৰি থওঁতে, এই "লিঙ্গো" নামৰ বীৰ জনে তেওঁবিলাকক মুক্ত কৰিলে। এওঁবিলাকৰ ভিতৰত কেইবাটাও ফৈদ আছে। যেনে,—'আগাৰীয়া' ( লোহাৰ কাম কৰোঁতা ), 'ওজা' ( চাইচিতি সঁচা কথা ক'ব পাৰোঁতা ), 'প্ৰধান' ( পুৰোহিতৰ কাম কৰোঁতা ) ইত্যাদি। এওঁবিলাক হিন্দুৰ উচ্চ শ্ৰেণীৰ মানুহৰ লগত মিহলি হৈছে বুলি, পণ্ডিতসকলে ভাবে। "পৰ্জা" জাতৰ মানুহবিলাক এওঁবিলাকৰ পৰা ফাটি ওলাই যোৱা বুলি কয়। "ভাট্টা" আৰু "জান্দি" টেলেঙাবিলাক "গণ্ড" আৰু "হিন্দু"ৰ মিহলি সন্তান বুলি জাতি-বিজ্ঞানৰ পণ্ডিত সকলে কয়।

আচল 'গণ্ড'বিলাকৰ ভিতৰত দুটা ঘাই ফৈদ আছে; এটা "ৰাজগণ্ড" আৰু আনটো "খাটোলা" (Khatolas)।

পণ্ডিতসকলে কয়, গণ্ড আৰু হিন্দুৰ বৈবাহিক সম্বন্ধৰ লগত অহিৰ, বাছোৰ, বৰহাৰ, লোহাৰ, বাইগা, ভুন্দিয়া, খাৰোৱাৰ আদি জাতৰ উদ্ভৱ হ'ল।

টেলেগু দেশৰ ওচৰৰ পাহাৰীয়া ঠাইত থকা গণ্ডবিলাকক কয়া-গণ্ড (Koya Gond) কয়। তেওঁবিলাকৰ "কৌই" বা "কৈটুৰ" নামৰ পৰাই "কয়া গণ্ড" হ'ল বুলি বহুতে ভাবে।

এওঁবিলাকৰ "বাষ্টোৰ" বুলি এটা ফৈদ আছে। সেই ফৈদৰ পৰাই মাৰিয়া" আৰু "মুৰিয়া" (Marias and Murias) জাত দুটা ওলাল।

গণ্ড জাতৰ মানুহবিলাকে "টাটু" ব্যৱহাৰ কৰে। জাতি তত্ত্বৰ পণ্ডিতে কয়, অষ্ট্ৰেলিয়াৰ আদিম বাসীৰ দৰে, গণ্ডবিলাকে নিজৰ ভিতৰতে দুটা বা চাৰিটা খেলত বিভক্ত হৈ যায়। একেটা খেলত বিয়া-বাৰু নহয়। এটা খেলৰ ডেকাই আনটো খেলৰহে ছোৱালী আনিব পাৰে। কিছুমান খেলত ককায়েকৰ পুতেকে ভনীয়েকৰ জীয়েকক বিয়া কৰিব পাৰে। কোনো কোনো খেলত ককাকে নাতিনীয়েককো বিয়া কৰিব পাৰে। বিধবা বিৱাহ আৰু মতা-তিৰোতাৰ এৰা এৰি হ'ব পাৰে। ককায়েকৰ ঘৈনীয়েকক ভায়েকে বিয়া কৰিব পাৰে; কিন্তু কোনো কাৰণতে ভায়েকৰ ঘৈনীয়েক বোৱাৰীয়েকক ককায়েকে বৰজনাকে বিয়া কৰিব নোৱাৰে। এওঁবিলাকে তিৰোতা কৰিবলৈ, ছোৱালী প্ৰায়ে বলেৰে ধৰি আনে। ছোৱালীৰ গা-ধন স্বৰূপে জোৱাঁয়েকে শহুৰেকৰ ঘৰত, কেইবছৰ মান কাম কৰি দিব লাগে। একে টাটু লোৱা আৰু একে দেও পূজা কৰা খেলত বা ফৈদত বিয়া নহয়।

এওঁবিলাকৰ বিয়াৰ এটা দস্তুৰ, ছোৱালী জনাক দৰাৰ ঘৰলৈ গান বাজনা কৰি লৈ যায়। তাত হালধি ঘঁহি, গা-ধুৱাই দৰা কন্যাক একেলগে ৰাইজৰ আগত উলিয়াই দিলেই, বিয়া হ'ল বুলি সকলোৱেই স্বীকাৰ কৰে।

এওঁবিলাকে মৃতকৰ শটো পোঁতোতে শটোৰ ভৰি উত্তৰৰ ফালে দিয়ে; কিন্তু 'গণ্ড-মাৰিয়া' বিলাকে শটোৰ ভৰি পশ্চিম ফালে দিয়ে। এওঁবিলাকৰ বিশ্বাস মানুহ মৰিলে, সেই আত্মাবিলাকে নিজৰ ঘৰত ল'ৰা ছোৱালী বা গৰু হৈ জন্ম লয়হি। কেৱল, বাঘে খোৱা মানুহৰ আৰু হিংসুক মানুহৰ আত্মাই হে ক'ত জন্ম লয়, সঠিক নাই। এওঁবিলাকে পূৰ্ব্ব পুৰুষৰ আত্মাবিলাকক পূজা কৰে। তেওঁবিলাকৰ ডাঙৰ দেও জনৰ নাম, "বিনা-দেও"। এওঁবিলাকে সূৰ্য্যক 'নাৰায়ণ দেও" বুলি পূজা কৰে। আজি-কালি, বহুতো হিন্দুৰ আচাৰ-নীতি তেওঁবিলাকৰ মাজত সোমাইছে। মুণ্ডা আৰু ওৰাং বিলাকৰ দৰে 'ডাইনী' বিশ্বাস কৰে আৰু দেওবিলাকে বেমাৰ-আজাৰ আনে বুলি ভাৱে। পুৰণি কালত, কালী আৰু দন্তেশ্বৰী গোঁসানীৰ আগত নৰ বলী দিয়াৰ প্ৰথা আছিল। খেতিৰ ধান পকোঁতেই



এটা পৰব কৰে। হিন্দুৰ দৰে "হলি" বা "ফাগুৱা" পৰব পাতে আৰু মুণ্ডা আৰু ওৰাঙৰ দৰে ভাদ মাহত "কৰম পূজা" কৰে।

তিৰোতাবিলাকে 'টাটু' গায়ে মূৰে লয়, বেয়া দেওবিলাক ওচৰলৈ নাহিবলৈ; পুৰুষবিলাকে গাত শক্তি হ'বলৈ বাউসিত, আঠুত, কলাফুল আদিত 'টাটু' আঁকি লয়।

এওঁবিলাকে জুম খেতি কৰে। ভৈয়ামত থকা 'গণ্ড' ফৈদৰ মানুহ আজি কালি মানুহৰ ঘৰত বনুৱা কাম কৰে।

'কয়া গণ্ড' আৰু 'মৰিয়া গণ্ড' বিলাক একপ্ৰকাৰ পাহাৰীয়া। 'কয়া গণ্ড' বিলাক য'ত থাকে, তাত-হাবিত চৰাই চিৰ্কতি, পহু, কেৰ্কেটুৰা, নেউল আদি প্ৰায় শেষ হয়। এওঁবিলাকে ধেনু-কাড়েৰে সকলোকে মাৰি চিকাৰ কৰি খায়। চিকাৰত এওঁবিলাক বৰ পটু।

এই জাতবিলাকৰ মানুহ লাওপানী খোৱাত বৰ পাকৈত।

## কোয়ি বা কয়া ( Koyi or Koya )

ওপৰত কোৱা গণ্ড জাতৰ পৰা ওলোৱা। এওঁবিলাক গোদাবৰী নৈৰ উত্তৰে হাবি আৰু পৰ্ব্বতীয়া ঠাইত বাস কৰে। এওঁবিলাকক "কোয়ি" বুলিলেও অসমৰ চাহ বাগিচাত 'কয়া' বুলিহে জনাজাত, মালকান গিৰি তালুক আৰু জেইপুৰত এওঁবিলাকে বাস কৰে।

এওঁবিলাকৰ ভিতৰত বহুতো 'গাটা' (Gatta) বা ফৈদ আছে। প্ৰত্যেকৰে বেলেগ বেলেগ 'টাটু' আছে। এওঁবিলাকে টাটু বিলাকক কঁপালত আঁকি লয়। কপালৰ টাটু চাইয়ে ফৈদটো ধৰিব পাৰি। এওঁবিলাকৰ দেওপূজা বিলাক 'মৰিয়া' জাতৰ দৰেই। মানুহবিলাক হাবিতলীয়া স্বভাৱৰ। দাইনী বিশ্বাস কৰে।

ওচৰত চিকাৰ কৰিবলৈ ডাঙৰ হাবি নেথাকিলে, সেইখন বাগানত থাকিব নোখোজে। কেতিয়াবা কিবা বেয়া পালে, ৰাতিয়েই সকলো মানুহ পলাই গুচি যায়। কথা বুজাবলৈ টান। বুজাব পাৰিলে বেগতে এওঁবিলাকে ওপৰৱালাক বিশ্বাস কৰে।

## কাপু বা ৰেদ্দি

এই জাতৰ মানুহ কেতিয়াবা আন জাতৰ লগত চাহ বাগানলৈ আহে। দাক্ষিণাত্যৰ ভিজিগাপট্টম আদি ঠাইত এই জাতৰ মানুহ থাকে। এওঁবিলাকৰ ভালেমান ফৈদ আছে। যেনে, গাজলু, কাপু আৰু পাণ্টা কাপু। কাপু মানে ৰায়ত। কিছুমান পণ্ডিতে কয়, গদবা আৰু সৰৰ জাতৰ উন্নত মানুহবিলাকক 'কাপু' কয়।

এওঁবিলাকৰ দেশত, এজনী গাভৰু ছোৱালীয়ে সৰু পাঁচ-ছবছৰীয়া ল'ৰাক বিয়া কৰি, সম্বন্ধীয়া ডেকা মানুহৰ লগত সহ-বাস কৰে। যি লৰাছোৱালী হয়, সিহঁতৰ বাপেক কিন্তু সেই বিয়া কৰোৱা সৰু ল'ৰাটোহে হয়। এই দৰেই এই ল'ৰাটো ডেকা হ'লে, নিজৰ তিৰোতা জনী বুঢ়ী হয়গৈ আৰু এই ডেকাটোৱে আন সৰু ল'ৰাৰ বিবাহিতা তিৰোতাৰ লগত সহবাস কৰি থাকে।

## পৰ্জা ( Parja )

এই জাতৰ বহুত মানুহ অসমৰ চাহ বাগিচাবিলাকত পোৱা যায়। ইহঁত গণ্ড' জাতৰ পৰা ওলোৱা এটা ফৈদ। এওঁবিলাক মধ্য ভাৰত আৰু মাদ্ৰাজৰ জমিদাৰী অঞ্চলত থাকে। জমিদাৰৰ "প্ৰজাৰ" পৰাই 'পৰ্জা' নামটো ওলাল বুলি কয়। এওঁবিলাকৰ স্বভাৱ "কন্ধ" জাতৰ মানুহৰ লগত প্ৰায়ে মিলে। এওঁবিলাক ধান খেতিত পাৰ্গত। মাটিৰ সামাবিলাক মনত ভালকৈয়ে ৰাখে। আন মানুহৰ মাটিৰ সীমা গোলমাল হলে গাৱঁত "পৰ্জা"বিলাকেহে সীমা চিনাই দিবগৈ পাৰে।

'পৰ্জা' নামটো কেনেকৈ ওলাল, সেই বিষয়ে এটা কাহিনী আছে। অতি পুৰণি কালত মুছলমানে তেওঁবিলাকৰ ৰাজ্য "ৱাৰাঙ্গলা" (warangla) আক্ৰমণ কৰাত ধান্তেশ্বৰী গোসাঁনীৰ আদেশত, ককায়েক ৰজা আৰু ভায়েকে, সেই ঠাই এৰি যায়। ভায়েকে ঘোঁৰাত উঠি গৈছিল, ককায়েকে বস্তু-বাহানি লৈ পাচে পাচে খোজকাঢ়ি গৈছিল। গোসাঁনীয়ে ককায়েকক পাছলৈ ঘূৰি চাবলৈ মানা কৰিছিল। 'সাংনাজী' আৰু 'দাংনাজী' নৈৰ বালি পোৱালৈকে গোসাঁনীয়ে পাচে পাচে যোৱাৰ চিন্ হিচাবে নেপুৰৰ শব্দ হৈছিল। নৈৰ বালিৰ ওপৰেদি যাওঁতে, নেপুৰৰ শব্দ শুনিবলৈ নেপাই ককায়েকে গোসাঁনা আহিছে নে নাই বুলি পাচলৈ ঘূৰি চালে। তাতে ধান্তেশ্বৰী গোসাঁনায়ে খঙকৰি ঘোঁৰাত উঠি যোৱা ভায়েকৰ ল'ৰাক ৰজা



হবলৈ আৰু ককায়েকৰ ল'ৰাক 'বন্দি' বা 'পৰ্জা' হ'বলৈ আদেশ দিলে। তেতিয়াৰে পৰাই এই জাতটোৰ নাম 'পৰ্জা' হ'ল।

এওঁবিলাকৰ ফৈদবিলাকৰ বেলেগ বেলেগ "টাটু" ( Totem ) আছে। যেনে,—বাঘ, কাছ, ছাগলী, কুকুৰ ইত্যাদি। নিজৰ "টাটু"ৰ জন্তুক নিজে বধ নকৰে। কেনেবাকৈ সেই জন্তুক বধ কৰিলে, এটা মাটিৰ বাচন ভাঙি টুকুৰা টুকুৰ কৰি দলিয়াই দি, গা ধুই আম বা জামু গছৰ ছাল বখলিয়াব লাগে। সেয়ে—দোষৰ বাবে শোক বেজাৰ কৰাৰ চিন।

একে 'টাটু'ৰ ফৈদত বিয়া নহয়। কেতিয়াবা দেখা যায়, বেলেগ গাৱঁত সেই 'টাটু'ৰ ফৈদৰ মানুহ থাকিলে বেলেগ গাৱঁত থকাৰ বাবে, একে ফৈদতে বিয়া হয়।

সাধাৰণতে, ল'ৰাৰ বাপেকে, হাট-বজাৰত, ছোৱালীৰ বাপেকক লগ ধৰি মদ এবাটি খাবলৈ দি ছোৱালী খোজে। সেই কথাত ছোৱালীৰ বাপেক মান্তি নহলে,—তেতিয়াই বা তাৰ পাচত,—দৰাৰ বাপেকে দিয়া মদ বাটিৰ সলনি ছোৱালীৰ বাপেকে এবাটি মদ, দৰাৰ বাপেকক খাবলৈ দি,—ছোৱালী নিদিয়াৰ কথা কয়।

কিন্তু, ছোৱালী বিয়া দিয়াৰ আগতে গৰ্ভ হ'লে, দোষী ল'ৰাটোৱে ছোৱালী জনী নিব লাগিব, আৰু ছোৱালীৰ বাপেকক জাতৰ দস্তুৰ মতে, পুৰা বস্তু-বাহানি দিব লাগিব।

বিয়া নকৰোৱাকৈ, কোনো মতা মানুহ বুঢ়া হ'লে, বুঢ়াকালত নিজৰ মোমায়েকৰ সৰু ছোৱালী এজনী বিয়া কৰি, আবিয়ৈ-হাড় শুচি কৰিব লাগিব।

এওঁবিলাকৰ বিয়াত যি নাচ হয়,--তাক "ছাৰ্চ্চ" (Surch) নাচ বোলে। মতাবিলাকে দীঘল দীঘল চোলা পিন্ধি, কান্ধত কাপোৰ ওলোমাই লৈ, ডিঙিত অলঙ্কাৰ পিন্ধি, ভৰিত জুনুকা পিন্ধি, চোলাত জুনুকা আৰি, নাচিব লাগে। ঢোল আৰু বাঁহৰ বাঁহী নাচত বজোৱা হয়। ছোৱালীজনীক বিয়া দিবলৈ কিছুমান তিৰোতাই দৰাৰ ঘৰলৈ লৈ আহে। বিয়া দৰাৰ ঘৰত হয়। ছোৱালীৰ লগত কোনো মতামানুহ নাহে। গীত গাই নাচ কৰোঁতে,—এফালে মতামানুহ আৰু আন

ফালে মাইকী মানুহ মুখা-মুখি হৈ লয়। গীত গাই গাই নাচোতে, উভয়েই উভয়ক প্রশ্ন কৰি, উত্তৰ দিয়া-দি হয়। সাধাৰণতে, গীত বিলাক অশ্লীল।

এওঁবিলাকৰ বিধৱা-বিবাহ আছে। দেওৰেকক বিধবাই বিয়া কৰিব লাগে। দেওৰেকক বিয়া কৰিব নুখুজিলে, মাক-বাপেকে সেই বিধৱাক ঘৰৰ পৰা খেদি দিয়ে। মতা-মাইকীৰ এৰা-এৰি (Divorce) চলে।

বিয়াত, দৰাঘৰে ছোৱালী ঘৰক, চাউল, মদ—গা-ধন হিচাপে দিব লাগে।

পৰ্জাৰ এটা ফৈদৰ নিয়ম দৰাৰ ঘৰৰ আগত, দুকালে খুটা দুটা পুতি চ'তিৰ দৰে বাঁহ এদাল দি, তাত লাউ এটা ওলোমাই থয়। ছোৱালী ঘৰীয়া মানুহে, সেই লাউটো কুঠাৰেৰে ছটুকুৰা কৰি, দৰাৰ ঘৰ সোমায়গৈ। ইয়াৰ পাচত, ভোজ-ভাত আৰু মদ খাই, নাচ-বাগ কৰি বিয়া সমাপন কৰে।

এইটো ফৈদৰ গাৱঁত, দুটা ঘৰ থাকে। দাংগাদা (Dangada) ঘৰত গাৱঁৰ অবিবাহিত ডেকাবিলাক থাকে। "দাংগাদী" (Dangadi) ঘৰত অবিবাহিত গাভৰুবিলাক থাকে। এজনী বুঢ়ী মানুহে, এই গাভৰুবিলাকৰ তত্ত্বাৱধান লয়।

এওঁবিলাকৰ "বান্ধা" বুলি এটা ফৈদৰ দস্তুৰ যে, বিয়া হ'ব খোজা ডেকা-গাভৰু হাল হাবিলৈ যায়। হাবিত, গাভৰুজনীয়ে, ডেকাটোৰ যেই কোনো অঙ্গত জুইৰ আঙঠা এটুকুৰা লগাই দিয়ে। ডেকাটোৱে যদি জুইৰ তাপত চিঞৰ মাৰি উঠে, গাভৰুজনীয়ে সেই ডেকাক বিয়া নকৰায়। যি ডেকাই জুইৰ তাপত নিচিঞৰে, সেই ডেকাক হে গাভৰুৱে বিয়া কৰায়। বহুতে কয়, গাভৰুজনীয়ে যি ডেকাক বিয়া কৰিবলৈ মন কৰে, সেই ডেকাৰ অঙ্গত নাম মাত্ৰ হে জুইৰ তাপ দিয়ে। তেতিয়া ডেকাই চিঞৰি নুঠিলে,—তাতেই, হাবিতেই, ডেকা-গাভৰু হাল মতা-তিৰোতা হৈ পৰে।

এওঁবিলাকৰ আৰু এটা ফৈদৰ নিয়ম আছে যে এখন গাৱঁত বিয়া হ'ব পৰা যিমান গাভৰু আছে, সেইখন গাৱঁলৈ, আন এখন গাৱৰ সিমান জন অবিবাহিত ডেকা গৈ, বুঢ়া-বুঢ়ী বিলাকক ছোৱালী খোজাৰ কথা কয়গৈ। তেতিয়া, সেই বুঢ়া-বুঢ়ী বিলাকে, এটা আন্ধাৰ ঘৰত বা আন্ধাৰ ঠাইত গাভৰুবিলাক গোটাই



'লহ পহ কৈ বাঢ়িবি হেৰ' সৰু পুলি
তহঁতত আশা আমাৰ জীয়াই থাকিম বুলি।

দিয়ে। তাহলৈ, সেই ডেকাবিলাক সোমাই গৈ, আন্ধাৰে —মুধাৰে আন্দাজতে, একো একো জনী গাভৰু হাতত ধৰি উলিয়াই লৈ আহিব লাগে। যি ডেকাই যি জনী ছোৱালী উলিয়াই আনে সেই ডেকাই সেই জনী ছোৱালীক বিয়া কৰিব লাগে। তেতিয়া ছোৱালীজনীৰ হাতত-বাহুত বালা পিন্ধাই দিয়ে। দৰা-ছোৱালীয়ে জোৰ পাতি দৰাৰ ঘৰলৈ যায়। দৰাৰ ঘৰত এসপ্তাহ থাকি, ছোৱালী-জনী নিজৰ বাপেকৰ ঘৰলৈ ঘুৰি আহে। ছোৱালীজনী বাপেকৰ ঘৰত এবছৰ থকাৰ পাচত হে, নিয়মমতে বিয়া পাতি, ছোৱালী সেই দৰাক দিয়ে।

এওঁবিলাকৰ দেও পূজা আন আন আদিম জাতৰ দৰেই। এওঁবিলাকে ধন্তেশ্বৰী দেৱীক মানে। কেতিয়াবা বৰষুণ নহ'লে মুকলি ঠাইত খুটা এটা পুতি, তাত পানী ঢালি ডাৱৰৰ ৰজা "ভীমসেন" দেওক পূজা কৰে। গাৱঁত নেধা ঘুন্টিয়া ( Nedha Ghuntia ) বুলি এজন পুৰোহিতৰ দৰে মানুহ থাকে, তেঁৱেই ভাল বেয়া সকলো চাই দিয়ে। ধান ৰোওঁতে আৰু চপাওঁতে পৰব কৰে। বুধ আৰু বৃহস্পতি বাৰ দুটা পবিত্ৰ বুলি, এই কেইটা দিনত মঙ্গলজনক কাম বিলাক কৰে ন-আম খাওঁতে "আম পৰব" এটা কৰে।

কেনিবা যাবলৈ ওলাওঁতে সাপ, শিয়াল, শহা পহু দেখিলে আৰু আগত-কুকুৰে কান লৰোৱা দেখিলে অমঙ্গল বুলি ভাবে।

থকা ঘৰবিলাক এওঁবিলাকে পূবা-পশ্চিমাকৈ সাজে। গাৱঁৰ মাজৰ আলিটোও পূবা-পশ্চিমাকৈহে বান্ধে।

মৰা-শ পোতোঁতে ভৰি পশ্চিমলৈ দিয়ে। মৰিশালীত খোৱা বস্তুবিলাক থয়। তিনদিন বা ন-দিন অশৌচ পালন কৰে। শুধি হওঁতে ঘৰখনৰ মানুহ-বিলাকে মৰা মাছ এটা আনি, সকলোৱে মাছটো চোৱে।

এওঁবিলাকৰ এটা ফৈদৰ তিৰোতাবিলাকে ঘৰৰ ভিতৰত কাপোৰ নিপিন্ধে, বাহিৰলৈ ওলালেহে মেখেলা এখন পিন্ধে, কিন্তু বুকুত কাপোৰ নলয়। তেওঁ-বিলাকৰ 'টাবু" ( Tabu ) হৈছে, কোনো তিৰোতাই ঘৰৰ ভিতৰত মেখেলা নিপিন্ধে, বাহিৰলৈ ওলাওঁতে নাঙঠহৈ ওলাব লাগিব। মুঠতে, এই ফৈদৰ তিৰোতা-বিলাকে, নাম মাত্ৰহে কাপোৰ ককালত পিন্ধে।

( ৯ )

এই সমন্ধে এটা গল্প আছে যে ৰাম আৰু সীতা বনলৈ আহোঁতে বাকলি পিন্ধি আহিছিল। এওঁবিলাকৰ তিৰোতাবিলাকে সীতাক বাকলি বসন পিন্ধা দেখি হাঁহিছিল ; তাতে সীতাই খঙ কৰি শাও দিলে যে, এই তিৰোতাবিলাকে নাম মাত্ৰহে কাপোৰ পিন্ধিব আৰু মূৰৰ চুলি খুৰাব।

অৱশ্যে, এই ফৈদৰ মানুহ অসমৰ বাগিছাত দেখা নেযায়, আহিলেও, ইৰিলাক পৰ্জা মানুহৰ দৰেই, বোধকৰো পিন্ধা-উৰা কৰি আহে।

পৰ্জা মানুহবিলাক যি যি ঠাইত থাকে, সেই সেই ঠাইৰ আন মানুহৰ ভাষাৰ লগত তেওঁবিলাকৰ ভাষাৰ লগত মিহলি হৈ, ভাষাই এটা ন-ৰূপ লয়।

এই বাবেই, এঠাইৰ পৰ্জা মানুহৰ ভাষা আন এঠাইৰ পৰ্জা মানুহৰ লগত অমিল হৈ পৰে।

## ডোম বা ডোম্ব (Dom or Domb)

এই জাতৰ মানুহ বহুত আহিছে উৰিষ্যা আৰু বিহাৰৰ পৰা। বিহাৰৰ আৰু বঙ্গৰ ডোম জাতৰ মানুহৰ লগত স্বভাৱ আৰু আচাৰ একেই। এই দেশত এই জাতৰ মানুহক নিচেই তল শ্ৰেণীৰ বুলি ভাবে। পণ্ডিতসকলে কয়, এই জাত দ্ৰাবিড়ী জাতৰ পৰা ওলোৱা বুলি।

ভিজিগাপট্টম আৰু গঞ্জাম জিলাৰ পাহাৰী অঞ্চলত, এই মানুহবিলাক থাকে। এওঁবিলাকে সাধাৰণতে আন মানুহৰ ঘৰত বনুৱাৰ কাম কৰে। বেহা-বেপাৰ আৰু তাঁতীৰ কামো এওঁবিলাকে কৰে।

এওঁবিলাকে দেওপূজা মানে। আৰু পূৰ্ব্বপুৰুষৰ আত্মাক গৃহ দেৱতা বুলি "কালুগা" (Kaluga) দেওক, গাওঁখনৰ গাওঁবুঢ়াৰ ঘৰত স্থাপন কৰি পূজা কৰে। দেওজনৰ ঠাইত "তামৰ পইছা" এটা দি থয়।

প্ৰথমতে আম খাবৰ হ'লে, আম-পৰৱ কৰি, সেই আম জয়-জয়তে চন্দ্ৰ-দেৱতাক খাবলৈ দিয়ে। [redacted]

## গদাবা (Gadaba)

চাহ বাগিচাবোৰলৈ, এই জাতৰ বহুত মানুহ আহিছে। এওঁবিলাকৰ থকা ঠাই ভিজিগাপট্টম আৰু গোদাবৰী নৈৰ পাৰৰ পাহাৰী অঞ্চলবিলাক। হাবিত



চিকাৰ কৰি, ফল-মূল খাই এওঁলোকে জীৱন নিৰ্ব্বাহ কৰে। এতিয়া অৱশ্যে এওঁলোকে খেতি-বাতি কৰাটো ধৰিছে।

মুঠতে, গদাবা, কয়া, চাওৰা যিবিলাক পাহাৰী অঞ্চলত থাকে, তেওঁবিলাকৰ খোৱা-লোৱা, দয়-দস্তুৰ আমাৰ অসমৰ ওপৰ পাহাৰত থকা মানুহ বিলাকৰ লগত বহুত মিলে।

গদাবাবিলাকৰ ভিতৰত পাচোঁটা ফৈদ আছে,—ৰদো, গুটব্, পাৰাঙ্গা, ওলাৰো, কাট, হিৰি আৰু কাপু। শেহৰ দুটা ফৈদে ভৈয়ামত বাস কৰে।

দেশত, এওঁবিলাকৰ তিৰোতাই গছৰ ছালৰ পৰা উলিওৱা আঁহেৰে কাপোৰ কৰি বা তেনে দগধা কাপোৰৰ মেখেলা পিন্ধে। এক প্ৰকাৰ জঙ্ঘলী দস্তুৰত,— অৰ্থাৎ নিচেই নাম-মাত্ৰ কাপোৰ। অৱশ্যে, অসমত এতিয়া ভাল কাপোৰেই এওঁবিলাকে পিন্ধে।

এওঁবিলাকৰ এই বিষয়ে গল্প আছে যে এবাৰ এগৰাকী গোসাঁনীয়ে মগনিয়াৰ হৈ এঘৰলৈ আহিছিল। মগনিয়ানীয়ে সেই গধৰা তিৰোতাজনীক বহিবলৈ আসন বিচৰাত মাটিতে বহিবলৈ ক'লে। তাতে গোসাঁনীয়ে খং কৰি, গদাৰা তিৰোতাবিলাকে অসভ্যৰ দৰে অকনমান কাপোৰহে পিন্ধিব বুলি শাও দি গ'ল।

আৰু এটা গল্পত আছে যে ৰাম-সীতা বনবাসলৈ আহোঁতে বাকলি বস্ত্ৰ পিন্ধি আহিছিল ; গোদাবৰীৰ হাবিত সীতাক বাকলি বসন পিন্ধা দেখি গদাবা তিৰোতাবিলাকে সীতাক দেখি হাঁহিছিল। তাতে, সীতাই খং কৰি, সিহঁতকো বাকলি-বসন পিন্ধিবলৈ শাও দিলে। তেতিয়াৰ পৰা গদাবা তিৰোতাই সেইদৰে অলপ মান বাকলি-বসন পিন্ধা হ'ল।

গাভৰু ছোৱালীৰহে বিয়া হয়। জয়ে জয়ে দৰাৰ বাপেকে চাউল, মদ লৈ ছোৱালীৰ বাপেকৰ ঘৰলৈ গৈ, "কথা এটাৰ কাৰণে" আহিছোঁ বুলি কৈ আহে। ইয়াৰ পাচত, দুবাৰ মান গৈ, গাৱঁৰ গাওঁবুঢ়াক মাতি আনি, ছোৱালী খোজে। বিয়াৰ দিনা, ছোৱালীৰ বাপেকক ৰূপ এটকা দিয়ে আৰু গাৱঁৰ প্ৰত্যেক মানুহৰ ঘৰলৈ গৈ, দৰা-ঘৰীয়াই গাৱঁৰ প্ৰত্যেক তিৰোতাকে আধলি একোটা দিয়েগৈ। তাৰ পাচত, কন্যাক বেলোনৰ বালা আৰু ডিঙিত মণি আদি পিন্ধায়। বিয়াত,

পুৰণি দস্তুৰমতে, ছোৱালীক ছোৱালীঘৰীয়াই মাজতে সুমুৱাই লয় আৰু দৰা-ঘৰীয়াই এখন ছোৱালাঘৰীয়াৰ লগত ভাওনা-যুদ্ধ কৰি ছোৱালীক কাঢ়ি আনে। তাৰ পাচত ভোজ-ভাত, নাচ-বাগ হয়।

গদাবাবিলাকৰ পৰব হ'ল ভোজ-ভাত খোৱা আৰু চিকাৰ কৰা। চ'ত মাহৰ পৰবত, গাৱঁৰ মতাবিলাক চিকাৰলৈ ওলাই যায়। চিকাৰ নেপাই ঘূৰিলে, তেওঁবিলাকৰ গা-লৈ তিৰোতাবিলাকে গোবৰ চতিয়ায়। চিকাৰ পাই আহিলে, জয়ী হৈ তিৰোতাবিলাকক আনন্দত যি ইচ্ছা সেইদৰেই ব্যৱহাৰ কৰে।

এওঁবিলাকে গঙ্গাদেৱী, ঈশ্বৰ, ভৈৰৱ আৰু জাহ্নৱা দেৱতাক পূজা কৰে।

বছেৰেকত এবাৰ গাৱঁৰ ঘাই দেৱীক পূজা কৰে। পূজাৰী জন নপুংসক হ'ব লাগে। নপুংসক পূজাৰী নেপালে, তিৰোতা মানুহ পূজাৰী হ'ব লাগে।

আন বিলাক পাহাৰী জাতিৰ দৰেই ল'ৰা জন্ম আদিৰ পৰব কৰে। মানুহ মৰিলে, এওঁবিলাকে পোতেও আৰু দাহো কৰে। তিন দিনৰ দিনা শুধি হয়।

## মালা (Mala)

টেলেগু দেশৰ এটা তল শ্ৰেণীৰ জাত। গঞ্জাম, ভিজাগাপট্টম, নেলোৰ, বেলেৰী আদি ঠাইত এওঁবিলাক বাস কৰে। এওঁবিলাকে টেলেগু ভাষা কয়।

এওঁবিলাকৰ দুটা ফৈদ; এটা ফৈদৰ তিৰোতাই কাপোৰখন সোঁ-কান্ধেদি লয়। আনটো ফৈদৰ তিৰোতাই কাপোৰখন বাওঁ-কান্ধেদি লয়। এই সম্বন্ধে এটা গল্প আছে। তেওঁবিলাকৰ ৰজা বীৰ বাহুভাই (Bir-Bahubai) হৰি চন্দ্ৰক উদ্ধাৰ কৰিবলৈ যাওঁতে কালী গোসাঁনীক জনাইছিল যে তেওঁ জয়ী হ'লে, তেওঁৰ তিনিওজনী তিৰোতাক গোসাঁনীৰ আগত বলি দিব। তেওঁ জয়ী হৈ আহি তিৰোতা কেইজনীক বলি দিবলৈ বিচাৰোতে ভয়তে এজনী হাবিলৈ পলাল। এজনী "ৰেদ্দি ভূমালি'ৰ ঘৰত লুকাল গৈ। তৃতীয় জনীক নি বলি দিলে। এই জনীৰ ভক্তিত গোসাঁনী সন্তোষ্ট হৈ, তাইক আকৌ জীৱ দান দিলে। তেতিয়াৰে পৰা অবিশ্বাসী তিৰোতা দুজনীয়ে কাপোৰ বাওঁ-কান্ধে লয়। তেওঁবিলাকৰ লৰাছোৱালীবিলাকেও সেইদৰেই কাপোৰ ল'বলৈ ধৰিলে। আকৌ কিছুমানে কয়, তেওঁবিলাকৰ তিৰোতাই সোঁ কাষেদি কাপোৰ লয়,—কাৰণ তেওঁবিলাক



দেৱতাৰ সন্তান। এওঁবিলাকৰ আৰু এটা গল্প আছে যে পাৰ্ব্বতী গোসাঁনীয়ে তেওঁৰ স্বামীৰ "পৰমেশ্বৰাছুৰে" (শিৱ) সৈতে ফুৰিবলৈ আহোঁতে, পাৰ্ব্বতীয়ে তেওঁৰ লেতেৰা মেখেলাখন দলিয়াই পেলাই দিছিল। সেই মেখেলাখনৰ পৰা ল'ৰা এটা জন্ম হ'ল। সেই ল'ৰাটোক "পৰমেশ্বৰাছুৰে" ঘৰত গৰু ৰাখিবলৈ গৰখীয়া কৰি দিলে আৰু পাৰ্ব্বতীক সাৱধান কৰি দিলে যে সেই ল'ৰাটোক কেতিয়াও গাখীৰৰ পৰা হোৱা মাখন খাবলৈ নিদিবলৈ। এদিন সেই গোসাঁই গোসাঁনী ঘৰত নেথাকোঁতে গৰখীয়া ল'ৰাটোৱে বাটিৰ কাণত লাগি থকা মাখন চেলেকি খাই বৰ সোৱাদ পালে। তেতিয়া মাখন দিয়া গৰুজনী বৰ সোৱাদ হ'ব বুলি গৰখীয়াটোৱে গৰু জনী কাটি খাই পেলালে। 'পৰমেশ্বৰাছুৰে' গৰু জনী নেদেখি সোধাত, সেই ল'ৰাটোৱে সঁচা কথা কৈ দিলে। তেতিয়া 'পৰমেশ্বৰাছুৰে' খং কৰি, সেই গৰখীয়া ল'ৰাটোক শাও দি ক'লে,— তাৰ (মালাৰ) ল'ৰা ছোৱালী বিলাকে সদায় গৰুৰ মঙ্গহ খাব। তেতিয়াৰে পৰা "মালা" বিলাকে গৰুৰ মঙ্গহ খায়।

মালাবিলাকৰ ভালেমান ফৈদ আছে। বেলেগ বেলেগ গোত্ৰৰ "টাটুও" বেলেগ বেলেগ।

বিয়া বাৰু সকলো কথাত, ব্ৰাহ্মণৰ হতুৱাই চোৱা-চিতা কৰোৱায়। আন কি, কোনফালে পুতেকলৈ ছোৱালী পাব, তাকো ব্ৰাহ্মণৰ হতুৱাই চোৱাই লয়।

মানুহ মৰিলে, মালাবিলাকে মৰা মানুহৰ বুঢ়া আঙুলি দুটা জুটি বান্ধি পেলায় আৰু নতুন কাপোৰ এখনৰে শটো মেৰিয়াই পেলায়। তেতিয়া ঘৰৰ মানুহবিলাকে কিবা কিবি অলপ খাই লয়, আৰু মৰা-শটো শ্মশানলৈ লৈ যায়। নিওঁতে পুৰোহিত জনে আগে আগে টিলিঙা বজাই যাব লাগে। গাত এটাত মৰা-শটো গছ পাত আৰু মাটিৰে পুতি, শটোৰ ওপৰত, কেইটামান শিল দি, তাতে অলপ মদ খাই ঘৰলৈ ঘূৰে।

মৃত্যুৰ পঞ্চম দিনা ছাগলী কাটি, "দি ভাচালু" পৰব কৰি শুধি হয়।

দ্ৰাবিড়ী জাতিৰ পৰা ওলোৱা আৰু ভালেমান আদিম জাতৰ মানুহ আছে। বহুতকে অসমৰ চাহ বাগিচাৰ কেৱল "টেলেঙা" বুলি জানে।

## ভূইয়া ( Bhuiya )

এই জাতৰ মানুহবিলাক পাটনা, ভাগলপুৰ, হাজাৰিবাগ, পালাম, বমাই আদি ঠাইত পোৱা যায়।

এওঁবিলাকৰ কিছুমান মানুহ হাবি-জঙ্ঘলত থাকে। কিছুমানে সমভূমিত বাস কৰে। এওঁবিলাকে দেওপূজা আৰু দেৱ-দেৱীৰ পূজা মানে। এই জাতৰ মানুহ আদিম জাতি আৰু আৰ্য্যৰ পৰা মিহলি হৈ উদ্ভৱ হৈছে বুলি কয়।

সংস্কৃত "ভূমি" শব্দৰ পৰাই "ভূইয়া" নামটো ওলাইছে। আদিম জাতবিলাকৰ ভিতৰত এওঁবিলাকেই জয়ে জয়ে ভৈয়ামত গাওঁ পাতি খেতি পথাৰ কৰেহি। খেতি কৰা মাটি তেওঁবিলাকৰ নিজৰ বুলি তাত আনক সোমাবলৈ নিদি নিজেই মাটিৰ গিৰিহঁত হয়। এই বাবেই আন আন পাহাৰীয়া অঞ্চলত থকা আদিম জাতিবিলাকে এওঁবিলাকক "ভূমিৰ" অধিকাৰী "ভূইয়া" বুলিলে। কোনোৱে কয়, আৰ্য্যসকলে এওঁবিলাকক "খেতি কৰা" পাই, "ভূইয়া" নামটো দিলে।

এওঁবিলাক যি ঠাইত থাকে তাত ন-কৈ ৰজা হোৱা জনক, এই ভূইয়াবিলাকে ৰজা বুলি স্বীকাৰ কৰিব লাগিব, তেহে সেই ৰজা জন নিগাজী ৰজা হ'ব পাৰে।

আগতে এওঁবিলাকৰ অৱস্থা ভাল আছিল। এওঁবিলাকে কিন্তু খুব মদ খাইছিল আৰু এতিয়াও খায়। পাছলৈ, এওঁবিলাকৰ আৰ্থিক অৱস্থা অতি হীন হৈ আহিল। তেতিয়া, এওঁবিলাকে আনৰ খেতি আৰু ঘৰত বনুৱা কাম কৰিবলৈ ধৰিলে। এওঁবিলাকৰ বহুত মানুহ অসমৰ চাহ বাগিচা-বিলাকলৈ আহিছে। দক্ষিণ ভাৰতত থকা ভূইয়াবিলাকক 'মুছাহাৰ' বুলি জনা যায়।

উৰিষ্যাত থকা ভূইয়াবিলাকে তৰোৱালেৰে ৰণ কৰা ব্যৱসায় লোৱাত, তেওঁবিলাকক ওপৰ জাতিলৈ তুলি "খাণ্ডাইত-পাইক" নাম দিয়া হ'ল। এওঁবিলাকেই চাহ বাগানত "পাইক" জাতৰ বুলি চিনাকী দিয়ে।

দাক্ষিণাত্যত থকা ভূইয়াবিলাকে পৱন বা বায়ুৰ সন্তান বুলি চিনাকী দিয়ে এই বাবেই বহুতে ভাৱে, এওঁবিলাক ৰামায়নত পোৱা বনৰীয়া বান্দৰৰ (Apes)



সন্তান বুলি। কিছুমান ইংৰাজ পণ্ডিতে ক'ব খোজে, ৰামায়ণ মহাভাৰত আদিত পোৱা ভালুক, সিংহ, বাঘ, বান্দৰ যিবিলাকে মানুহৰ লগত যুজ কৰিছিলহি, যেনে— বালি, সুগ্ৰীব, হনুমান, জাম্বুবান আদি তেওঁবিলাক প্ৰকৃততে আদিম জাতিৰ বনৰীয়া মানুহ।

বান্দৰ, সিংহ, হনুমান আদি জন্তুৰ টাটু ( Totem ) বা নক্সা নিজৰ গাত বা কপালত লৈ সেইদৰে নিজকে সিংহ, বান্দৰ, হনুমান, ভালুক আদিৰ সন্তান বুলি পৰিচয় দিছিল। আমাৰ মিকিৰ বিলাকে তেনেকৈ সুগ্ৰীৱৰ, সন্তান বুলি, পোন্দটোতে নেজৰ দৰে, কাপোৰ এটুকুৰা ওলোমাই লয়।

ওপৰত কিছুমান আদিম জাতৰ মানুহৰ কথা আগত কৈ আহিছো যে, কিছুমানে কেনেকৈ টাটুৰ চিন্ পুৰ্ব্বপুৰুষ জন্তু আৰু চৰাইৰ বুলি আজিও নক্সা লয়।

এই ভূইয়া জাতৰ কিছুমান ৰজা, ৰাজপুত সকলৰ লগত বিয়া-বাৰু কৰি ৰাজপুতৰ লগত মিলি গ'ল বুলি, কিছুমান জাতি-তত্ত্বৰ পণ্ডিতে কয়।

দালটেন্ গঞ্জৰ ওচৰত কিছুমান ভূইয়া জাতৰ মানুহ পুৰুষানুক্ৰমে কাকতত চহী কৰি চহকী মানুহৰ ঘৰত বন্দী বেটী হৈ আছিল। অৱশ্যে এতিয়া এই প্ৰথা নাই।

এওঁবিলাকৰ বাল্য-বিৱাহ আৰু গাভৰুৰ বিৱাহ দুই প্ৰকাৰেই চলে। বিধৱা-বিৱাহ আৰু মতা-মাইকী এৰা-এৰি প্ৰথাও আছে। বিয়াৰ ঘাই কাম সেন্দুৰ দিয়া। হিন্দুৰ আচাৰ ল'লেও, সৰহভাগ কাম আদিম জাতিৰ দৰেই কৰে। এওঁবিলাকৰ পুৰোহিতজনক দেওৰী ( Deori ) কয়। দেও পূজাও এওঁবিলাকে মানে। পূজা কৰা ঠাইখনক দেওতাচাৰা ( Deota Sara ) কয়।

খন্দাইত, বাগ্দি, পান, বাৰাইক, মাহাতো, তাতী আৰু গণ্ডা আদি এনেকুৱা ভালেমান জাতৰ মানুহ, আৰ্য্যৰ জাতবিলাকৰ তেজৰে মিহলি হোৱা, উৰিষ্যা, চোটনাগপুৰ আৰু বিহাৰত আছে। অসমৰ চাহ-বাগানত এইবিলাক জাতৰ মানুহ বহুতো আছে। এওঁবিলাকৰ আচাৰ-ৰীতি, দয়-দস্তুৰ হিন্দু আৰু আদিম জাতিৰ সংমিশ্ৰণ। এওঁবিলাকৰ কিছুমানে এতিয়াও দেও-পূজা কৰে।

সেন্দুৰ দিয়াই বিয়াৰ ঘাই কাম। দেও আৰু দেৱতা উভয়কে এওঁবিলাকে পূজা কৰে।

### গণ্ডা—( তাঁতী )

গণ্ডা জাতৰ মানুহক কিছুমানে গণ্ড ( Gond ) জাতৰে গুৰি বুলি ক'ব খোজে। কিন্তু পাচত, গণ্ড আৰু গণ্ডা দুটা বেলেগ জাত বুলি প্ৰমাণিত হৈছে। এওঁবিলাক সম্বলপুৰত থাকে। নিজৰ ফৈদত বিয়া-বাৰু নচলে। কিন্তু মোমায়েকৰ জীয়েকক বিয়া কৰিব পাৰে।

### কাহাৰ

বিহাৰ, চোট নাগপুৰ আৰু উত্তৰ প্ৰদেশত এই জাতৰ মানুহ আছে। এওঁবিলাকৰ কেইবাটাও ফৈদ আছে। কিছুমানে জৰাসন্ধ ৰজাৰ পৰা আঁতি-গুৰি বিচাৰে। তল জাতৰ ভিতৰত, ইহঁতক উত্তম বুলি ওপৰ জাতৰ মানুহে ইহঁতে অনা পানী-ছুনি খায়।

### গোৱালা আৰু আহিৰ

এওঁবিলাকৰ ঘাই কাম হ'ল গৰু-মহ চৰোৱা। পাটনা, ত্ৰিওত, ভাগলপুৰ, চোট নাগপুৰ, আদি ঠাইত এওঁবিলাক থাকে। এওঁবিলাকৰ কিছুমানে নিজক শ্ৰীকৃষ্ণৰ ঔৰসত গোৱালিনীৰ গৰ্ভত জন্ম বুলি কয়; মনুৱে কয়, আমবাস্থা ( Ambastha ) ছোৱালীৰ গৰ্ভত ব্ৰাহ্মণৰ ঔৰসত জন্ম হ'ল বুলি। কিছুমানে কয়, বৈশ্য জাতিৰ পৰা ওলোৱা বুলি। কিছুমানে কয়, এওঁবিলাকৰ চেহেৰা আৰ্য্যৰ দৰে। কিছুমান পণ্ডিতে কয়, এওঁবিলাকৰ কোনো কোনো ফৈদ আদিম জাতৰ তেজৰ লগত মিহলি হৈছে বুলি। মুঠতে তল জাতৰ মানুহৰ ভিতৰত এওঁবিলাকক ওপৰ বুলি, ব্ৰাহ্মণ আদিয়ে বিশ্বাস কৰে, ঘিন কেতিয়াও নকৰে। অসমত এই জাতৰ মানুহ সোনকালেই অসমীয়া মানুহৰ লগত মিল হৈ পৰে।

চোট নাগপুৰত আহিৰ ফৈদৰ মানুহে প্ৰায়ে গৰখীয়াৰ কাম কৰে। এওঁ-বিলাকে ফাকুৱা, জন্মাষ্টমী আদি পৰৱ ধুম্‌ধামেৰে কৰে।

### কুৰ্ম্মি (Kurmi)

এই জাতৰ মানুহ উত্তৰ ভাৰত, বিহাৰ, উৰিষ্যা আৰু বঙ্গ দেশত থাকে। অসমৰ চাহ বাগানলৈ এওঁবিলাকৰ বহুত মানুহ আহিছে।



বিহাৰ আৰু উৰিষ্যাত থকা কুৰ্ম্মিবিলাক ওখ-ডাঙৰ আৰু চেহেৰা ধুনীয়া। মিঃ ৰিছলে' (Risley) কয়, ইয়াত থকা কুৰ্ম্মিবিলাকৰ গাত আৰ্য্যৰ তেজ বেছি। কিন্তু চোট-নাগপুৰত থকা কুৰ্ম্মিবিলাকৰ গাত বেছি পৰিমাণে দ্ৰাবিড়ী জাতৰ তেজ আছে।

এওঁবিলাক চুটি-ছাপৰ আৰু বৰণত ক'লা। ভূমিজ আৰু চাওতাল মানুহৰ পৰা কুৰ্ম্মিৰ চেহেৰা বেলেগ কৰিব নোৱাৰি। সেইবিলাক জাতৰ ভিতৰত কুৰ্ম্মি জাতটো ওপৰ বুলি ধৰে। চাওতালবিলাকে এওঁবিলাকে ৰন্ধা ভাত খায়। [redacted]

এওঁবিলাকৰ আচাৰ-নীতি প্ৰায়ে হিন্দুৰ সৈতে মিলে।

এওঁবিলাকে বিয়াত, চোতালত খুটা এটা পুতি, সূৰ্য্যৰ ফালে সাতবাৰ ঘূৰি গ'লেই, বিয়াৰ কাৰ্য্য সমাপন হয়। এই খুটাটোৱেই সূৰ্য্যৰ প্ৰতীক। প্ৰদক্ষিণ কৰোঁতে কন্যা যদি আগ হয়, দৰাই বাওঁ হাতখন ছোৱালীৰ কান্ধত থৈ যাব লাগে। খুটাৰ ওচৰত সাতোটা ঢিপ্ কৰে। এই ঢিপ্‌বিলাক চাউল, হালধি, আৰু পান-তামোলেৰে সাজে। [redacted] এই সাতোটা ঢিপ্ সপ্ত ঋষিৰ ঢিপ বুলি কয়। সেই ঢিপ্‌বিলাকত সৰু সৰু কুলা একোখন থয়। দৰাই দুটা চাকিৰ জুই আঙনি লগ লগাই মিলাই দিব লাগে। ছোৱালীৰ ঘৰত এবাৰ আৰু দৰাৰ ঘৰত এবাৰ; পিছত দৰাই ছোৱালীয়ে দুয়ো একেখন কাঁহীতে খাব লাগে। ইয়াৰ পাচত আৰু ঘৈণীয়েকে সদায় গিৰিয়েকে খাই যোৱাৰ পাচতহে খাব পাৰে, একেলগে বা আগতে নেখায়।

এওঁবিলাকে নিজৰ খুলশালি ছোৱালীক বিয়া কৰিব নোৱাঁৰে।

দ্ৰাবিড়ী মানুহৰ লগত থকা কুৰ্ম্মিবিলাক চাহ বাগানলৈ বেছি আহিছে। হিন্দুৰ নীতি পালন কৰিলেও এওঁবিলাকে কিছুমানে দেওপূজা মানে।

### পানকা (Panka)

উৰিষ্যাৰ পান জাতৰ লগত, এওঁবিলাকৰ সাদৃশ্য আছে বুলি কয়। এওঁবিলাকৰ ঘাই কাম তাত-বোৱা। ৰায়পুৰ, বিলাসপুৰত এই জাতৰ মানুহ পোৱা যায়।

এওঁবিলাকৰ ফৈদ বিলাকে 'টাটু' লয় ; আৰু কবীৰক মানে ।

"মাগ্ৰোহান" (Magrohan) বুলি খুটা এটা পুতি তাৰ কেউফালে বিয়াত, দৰা-কন্যাই প্ৰদক্ষিণ কৰে। প্ৰদক্ষিণ কৰোঁতে দৰা-কন্যাই তেওঁবিলাকৰ নিজৰ কাপোৰ লগুণ-গাঁঠিৰ দৰে বান্ধি লয়। ধান খেতি কৰিবলৈ ভাল পায়।

দ্ৰাবিড়ী জাতৰ তেজৰ লগত মিহলি থকা,—পাছি, দোছাধ, ভোম্, কুমাহ আদি জাতৰ মানুহ দেশৰ পৰা চাহবাগানলৈ আহিছে। ইয়াৰ ভিতৰত পাছি জাতৰ মানুহবিলাক কাজিয়া প্ৰিয়। সেইকাৰণে বাগানৰ মেনেজাৰ বিলাকে পাছি জাতৰ মানুহ বেছি ৰাখিব নোখোজে।

## তুৰি (Turi)

এই জাতত অনাৰ্য্য তেজৰ সংমিশ্ৰন বেছি। এওঁবিলাকে বেত-বাঁহৰ কাম আৰু ধান খেতি কৰে। ছোট-নাগপুৰ আৰু হাজাৰি-বাগত এই জাতৰ মানুহ পোৱা যায়। এওঁবিলাকৰ ফৈদে প্ৰতি বিভিন্ন ধৰণৰ "টাটু" আছে। কিছুমান দস্তুৰ মুণ্ডাবিলাকৰ লগত মিলে।

## ৰাজোৱাৰ (Rajwar)

ৰাছি, পালাম, মানভূম আৰু চাওঁতাল পৰগণাত এইবিলাক মানুহ থাকে। এওঁবিলাকৰ জাতৰ চিৰগুজা (Sirguja) আদি ঠাইত থকা মানুহবিলাকে নিজক ক্ষত্ৰিয় জাতিৰ পৰা ফাটি অহা বুলি কয়।

## তাঁতী (Tanti)

এওঁবিলাকৰ ঘাই ব্যৱসায়—তাতবোৱা। মহাদেৱে নাচোঁতে যি ঘাম ওলাইছিল, সেই ঘামৰ পৰা এওঁবিলাক উদ্ভৱ হ'ল বুলি ভাৱে। বঙ্গদেশত থকা তাঁতীবিলাক হিন্দুৰেই এটা জাতিৰ ভিতৰত সোমাইছে। এই তাঁতী জাতৰ পৰা ভালেমান সৰু সৰু জাত ওলাইছে। বিহাৰ আৰু উৰিষ্যাত থকা তাঁতী জাতৰ মানুহে ফৈদে ফৈদে 'টাটু' লয়। তেওঁবিলাকৰ কিছুমান কথা অনাৰ্য্য জাতৰ লগত মিলে। বঙ্গদেশৰ বাহিৰে বিহাৰ, উৰিষ্যা আদিত থকা তাঁতীয়ে হিন্দু আচাৰ-নীতি ললেও দেওপূজা মানে। এওঁবিলাকে খেতি পথাৰো কৰে।



উৰিষ্যত তছা-তাঁতী, পাণ-তাঁতী, কন্ধ-তাঁতী বুলি ভালেমান ফৈদ আছে। ইয়াৰ ভিতৰত তছা তাঁতীবিলাকক ওপৰ বুলি ভাৱে। ওপৰ জাতৰ হিন্দুৱে নোখোৱা বস্তুবিলাক তছা-তাঁতীয়ে নেখায়।

## মুচি

এই জাতৰ মানুহ আগতে চাহ বাগানলৈ ভালেমান আহিছিল। আমি হাটে-বজাৰে লগ পোৱা মুচি জাতৰেই এওঁবিলাক। এওঁবিলাকৰ ঘাই কাম চামৰাৰ ব্যৱসায়।

## কাউৰ ( Kaur )

জাছপুৰ, উদয়পুৰ আৰু চিৰগুজা আদি জমিদাৰীবিলাকত এওঁবিলাকক থকা পোৱা যায়। এওঁবিলাকে নিজক মহাভাৰতৰ কৌৰৱৰ সন্তান বুলি চিনাকী দিয়ে। নৃতত্ত্বৰ পণ্ডিত সকলে কয়, এওঁবিলাকৰ চেহেৰাও দ্ৰাবিড়ী বিলাকৰ লগত বহুতো সাদৃশ্য আছে। এওঁবিলাকৰ কেইবাটাও ফৈদ আছে। এওঁবিলাকৰ কেইটামান ফৈদ হিন্দুৰ নীতিত চলে। সকলোৱেই কিন্তু মৰা শ পুতি থয়। বিয়াত সেন্দুৰ দিয়াই ঘাই কাম। বিধৱা বিবাহ চলে আৰু মতা-মাইকীৰ এৰা-এৰি ( Divorce ) হ'ব পাৰে। এওঁবিলাক ভাল খেতিয়ক।

## কেওট ( Kewat )

এওঁবিলাকৰ ঘাই ব্যৱসায় মাছমৰা। বিহাৰ, উৰিষ্যা, চোটনাগপুৰত এওঁবিলাক থাকে। চাহবাগান বিলাকত এই জাতৰ মানুহ মাজে মাজে পোৱা যায়।

কৈৰি, কৰোৱা, কোৰা আদি কিছুমান জাতৰ মানুহ চাহবাগানত আছে। দ্ৰাবিড়ীৰ তেজ এওঁবিলাকৰ গাত আছে। চাল-চলন দস্তুৰ বহুতো দ্ৰাবিড়ী জাতৰ পৰা ওলোৱা জাতৰ লগত মিলে।

## হাৰী ( Hari )

বঙ্গ দেশত এই জাতৰ মানুহে মেতোৰৰ কাম কৰে। এই জাতৰ মানুহ মালভূম আৰু উৰিষ্যাতো আছে। মেতোৰৰ কাম কৰিলেও ভাল খাপৰ হিন্দুৰ আচাৰ নীতিত চলে। বহুতে কয়, ঘাছি জাতটো হাৰীৰ পৰা ওলোৱা। দেশত এওঁবিলাকে চহিছ কাম কৰে নাইবা খেতি-বাতিত বনুৱাৰ কাম কৰে।

## ঘাছি ( Ghasi )

বিহাৰ, উৰিষ্যা মধ্য প্ৰদেশত এই জাতৰ মানুহ থাকে। মানুহবিলাক দুখীয়া। প্ৰায়ে ওপৰ জাতৰ ঘৰত বন্দুৱা হৈ ঘৰোৱালী কাম কৰে। ঘাছি তিৰোতা বিলাকে দেশত ধাইৰ কাম কৰে। মতাবিলাকে বিয়া-বাৰুত ঢোল পেঁপা বজায়।

এই জাতৰ ভালেমান মানুহ অসমৰ চাহ বাগানলৈ আহিছে। তল শ্ৰেণীৰ হিন্দুৰ আচাৰ-নীতিত চলে।

বিহাৰ, উৰিষ্যা, মধ্য ভাৰত আৰু উত্তৰ ভাৰতত এই জাতৰ মানুহ থাকে। এওঁবিলাকে চামৰাৰ কাম কৰে। কোনো পণ্ডিতে কয়, ওপৰ জাতৰ মানুহ আদিম জাতৰ মানুহৰ লগত মিহলি হৈ, চামাৰ জাত উদ্ভৱ হল।

চামাৰবিলাকে ভাৱে যে, তেওঁবিলাকৰ আদি পুৰুষ, ৰামানন্দৰ প্ৰিয় শিষ্য ৰুবিদাস বা ৰুইদাস। এইবাবে কিছুমান চামাৰে নিজক ৰবিদাস বুলি পৰিচয় দিয়ে। এওঁবিলাকে তল থাপৰ হিন্দুৰ আচাৰ নীতি মানে। আনবিলাক জাতৰ দৰেই ভূত-পিশাচ আৰু দাইনী বিশ্বাস কৰে। এওঁবিলাকে ব্ৰাহ্মণৰ হতুৱাই চোৱা-চিতা কৰে কিন্তু ব্ৰাহ্মণক পুৰোহিত নলগায়।

## বাউৰি ( Bauri )

এই জাতৰ মানুহ বিহাৰ, চাওতাল পৰগণা, কটক, বাংকুৰা, পুৰি, মালভূম আদি ঠাইত থাকে। এই জাতৰ ভিতৰত ন-টা ফৈদ পোৱা যায়। ফৈদবিলাক প্ৰায়ে থকা ঠাই অনুযায়ী হয় বুলি কয়। এই জাতৰ মানুহে ওপৰ জাতৰ হিন্দুৰ পাল্কি, দোলা কঢ়িওৱা কাম কৰে। হিন্দুসকলৰ লগত এইদৰে সদায় লগ হোৱাত এওঁবিলাকে হিন্দুৰ বহুতো আচাৰ লৈছে। এওঁবিলাকে নিজৰ গোত্ৰত বা ফৈদত বিয়া কৰে, কেৱল সম্বন্ধবিলাক আঁতৰ হ'ব লাগে। এওঁবিলাকে নিজে কয়, দেৱতাৰ পোৱা বস্তু চুৰ কৰাত, দেৱতাই শাও দিলে, এওঁবিলাকক নীহ জাতৰ দৰে চলিবলৈ। এবাৰ মদ খাই নিজৰ গুৰুক মাৰপিট কৰাৰ বাবেও, গুৰুৱে শাও দিলে, নীহ জাত হ'বলৈ।

এওঁবিলাকে গৰু আদি সকলো জন্তু খোৱাৰ বাবে, এবাৰ সকলোৱেই বহি, ব্ৰাহ্মণে গৰু মনাৰ দৰে, তেওঁবিলাকেও ঘৰৰ লাগতিয়াল জন্তু কুকুৰক মানিম বুলি, কুকুৰক কেতিয়াও নেমাৰিবলৈ মনস্থ কৰিলে। এতিয়াও তেওঁবিলাকে কুকুৰ নেমাৰে। অসমৰ চাহ-বাগানত থকা আজি কালি বহুতো "বাউৰি" জাতৰ মানুহে অসমীয়া মানুহে বেয়া পাই বুলি গৰু খাবলৈ এৰি দিছে।



এওঁবিলাকে বামুণী বগ চৰাইক নিজৰ গোত্ৰ বুলি ধৰে, মানে আৰু বধ নকৰে।

এওঁবিলাকে 'টাটু' আঁকি লয়। বাউৰি, চামাৰ, হাৰি জাতৰ কোনো কাৰণত, ওপৰ জাতে এৰি দিয়া মানুহ বহুতো এই জাত কেইটাত সোমাই আছে।

এওঁবিলাকে কিন্তু ঘোঁৰাৰ 'চহিছ' কাম নকৰে। কিয় নকৰে, তাৰ কাৰণ কোনেও কব নোৱাৰে।

আনবিলাক জাতত প্ৰায়ে পোৱা যায়, এওঁবিলাকৰ ছোৱালীয়ে আন জাতৰ মানুহৰ লগত সহবাস কৰিলে, সেই ছোৱালীক জাতৰ পৰা উলিয়াই দিয়ে। কিন্তু বাউৰি আৰু বাগ্‌দি জাতত তেওঁবিলাকৰ ছোৱালীয়ে আন জাতৰ মানুহৰ লগত সহবাস কৰিলে, সেই জাতৰ লোকক তেওঁবিলাকৰ নিজৰ জাতত জোঁৱাই বুলি সুমুৱাই লয়।

বাল্য-বিবাহ এওঁবিলাকৰ মাজত, কেতিয়াবা কেতিয়াবা হয়, সাধাৰণতে ডাঙৰহে বিয়া হয়।

বিয়াৰ কাম তল-থাপৰ হিন্দুৰ দৰে হয়। বিয়াত, ছোৱালীক সেন্দুৰ ঘঁহাই ঘাই কাম।

হিন্দুৰ দৰে চলিলেও, এওঁবিলাকে ব্ৰাহ্মণক পুৰোহিত নলয়, নিজৰ জাতৰ মানুহকহে পুৰোহিত লয়। পুৰোহিতক "লায়া" ( Laya ) বা "দে-ঘৰীয়া" বোলে।

শাক্তবিলাকৰ দৰে এওঁবিলাকে গোসাঁনীৰ পূজা বৰকৈ মানে।

বাসুকীৰ ভনীয়েক বুলি মনসা দেৱীক পূজা কৰে। এই পূজা প্ৰায়ে ভাদ আহিনত হয়। শাওনত নাগ পঞ্চমীৰ পূজা কৰে। গোসাঁনী সাজি, গোসাঁনীৰ হাতত ফেঁটি সাপ দি গাওঁখনত কেউফালে ফুৰাই, পাচত গোসাঁনীক উটাই

দিয়েগৈ। ভাদৰ শেহত "ভাদু" পূজা কৰে। এই পূজাটোৰ বিষয়ে এটা গল্প আছে যে, এসময়ত প্ৰজাৰ মঙ্গলৰ বাবে "পাচেতে" দেশৰ ৰজাৰ জীয়েক ভাদুৱে নিজক দেৱদেৱীৰ আগত বলি দিছিল। সেই বাবেই তেওঁক ভাদুক পূজা কৰে। আৰু আমাৰ মাঘৰ বিহুৰ লগতে "তুষু" পূজা কৰে। "তুষু" দেওৰ মূৰ্ত্তি সাজি পূজা পাতে। এই পূজাত ডেকা গাভৰুৱে গীত নাচ কৰে।

আজি কালি তুষু পূজাত মেজিও পোৰে।

চাহ-বাগানবিলাকৰ পূজাত আন আন মানুহকো যোগ দিয়া দেখা যায়।

এওঁবিলাক মুণ্ডা-চাওতালৰ দৰে "বৰ পাহাৰী" পৰ্ব্বতৰ দেৱতাক আৰু কিছুমান দেওক পূজা কৰে।

বাউৰিবিলাকে আন আন ঠাইত মৰা শ দাহ কৰে। কিন্তু বাকুৰা জিলাত শ-টো পুতি থয়। মৰাৰ এঘাৰ দিনত শুধি হৈ, ভোজ-ভাত খায়।

এওঁবিলাকে লাও পানী খুব খায়। [redacted]। অসমৰ চাহ-বাগানবিলাকত এই জাতৰ মানুহ সৰহ।

'জুমুৰ নাচ' মেদিনীপুৰ আৰু বাকুৰা জিলাৰ পৰা অহা বাউৰী জাতৰ মানুহে কৃষ্ণ লীলাৰ গীত গাই পালন কৰে। আজি-কালি, চাহ বাগিচাত থকা প্ৰায় সকলো জাতৰ ডেকা-গাভৰুৱে এই জুমুৰ নাচত যোগ দিয়ে।

## কমাৰ বা লোহাৰ (Kamar and Lohar)

এওঁবিলাকৰ ব্যৱসায় লোৰ দা-কটাৰি আদি তৈয়াৰ কৰা। বিহাৰ, চোটনাগপুৰ, বঙ্গদেশ আৰু মধ্য প্ৰদেশত এই জাতৰ মানুহ পোৱা যায়। কোনো কোনো ঠাইত "কমাৰ" কয়। "লোহাৰ" জাতৰ মানুহৰ গাত, আদিম জাতৰ তেজ বেছি আছে। বাগিচাত, এওঁবিলাকে ভাল কাম কৰে। "কমাৰ" বোলা জাতৰ গাত তল খাপৰ আৰ্য্যৰ তেজ আছে। এওঁবিলাক বুদ্ধিয়ক। "কমাৰ" জাতত—দুবিধ মানুহ পোৱা যায়।—এবিধ "কমাৰে" গৰু খায়; কিন্তু আন বিধ "কমাৰে" গৰু-গাহঁৰি নেখায়। কমাৰ জাতৰ মানুহবিলাকে নিজৰ আৰ্থিক উন্নতি কৰিব জানে।



## কুমাৰ (Kumar)

এই জাতৰ মানুহক উত্তৰ ভাৰত আৰু দক্ষিণ ভাৰতত থাকে। পণ্ডিত সকলে কয়,—এওঁবিলাক আৰ্য্য-অনাৰ্য্যৰ তেজৰ মিহলি সন্তান। এওঁবিলাকৰ ঘাই কাম মাটিৰ চৰু কলহ আদি তৈয়াৰ কৰা। দাক্ষিণাত্যত থকা কুমাৰ সকলে বিশ্বাস কৰে। ব্ৰাহ্মণৰ ঔৰষত অব্ৰাহ্মণ ছোৱালীৰ গৰ্ভত জন্ম হোৱা প্ৰতাপী শালিবাহণ (Salivahan) তেওঁবিলাকৰ আদি পুৰুষ।

আজি কালি, কিছুমান কুমাৰক বাগিচাৰ ওচৰে ওচৰে চৰু-কলহৰ ব্যৱসায় কৰা দেখা যায় এওঁবিলাকৰ কিছুমান বৈষ্ণৱ আৰু শৈৱ্য।

## স্বভাৱ-চৰিত্ৰ

ওপৰত প্ৰায় সকলো জাতৰেই স্বভাৱ-চৰিত্ৰৰ কথা কৈ আহিছোঁ। চমুকৈ ক'বলৈ হ'লে, ক'ব লাগিব যে কোল জাতিৰ তেজৰ পৰা উদ্ভৱ হৈ, ডাঠ হাবি আৰু পৰ্ব্বতীয়া ঠাইত বাস কৰা জাত বিলাক ( যেনে,—মুণ্ডা, চাওতাল, ওৰাং আদি ) আত্ম-অভিমানী। এওঁবিলাকে চুৰি, ডকাইতি, অন্যায় জানি-শুনি কেতিয়াও নকৰে। কোনো কথাত, ফাঁকি দি, মিছা নেমাতে। কিন্তু ডাঙৰ জাতেই বা সৰু জাতেই, তেওঁবিলাকক বেয়া ব্যৱহাৰ কৰিলে, সেই বিলাকক ঘিণ কৰে।

এইদৰেই, দ্ৰাবিড়ী জাতৰ পৰা ওলাই, ডাঠ হাবি আৰু পৰ্ব্বতীয়া ঠাইত বাস কৰা জাতবিলাক [ যেনে,—কয়া, মাল-পাহাৰীয়া, চাওৰা, পৰ্জা, গধবা আদি ] আত্ম-অভিমানী। ঠগ, মিছা, চুৰ কৰা ইত্যাদি বেয়া কাম আৰু কথা এওঁবিলাকে ঘিণ কৰে।

দেখা যায়, যিবিলাক মানুহে বেয়া কাম কৰিবলৈ বা ফাঁকি দিবলৈ ঘিণ কৰে,—সেইবিলাকেই আত্ম-অভিমানী। এওঁবিলাকৰ লগত কথা পাতোতে কিম্বা কাম কৰাওঁতে, তেওঁবিলাকৰ আত্ম-সন্মানত আঘাত নলগাকৈ ব্যৱহাৰ কৰিলে— সেইসকল লোকক এওঁবিলাকে ভাল পায় আৰু বিশ্বাস কৰে।

দ্ৰাবিড়ী দেশৰ গাৱঁৰ পৰা অহা বনুৱাবিলাকে তামিল আৰু টেলেগু ভাষা কয়। এওঁবিলাকৰ বহুতেই, মালয় আৰু লঙ্কা দ্বীপত (Ceylon) কাম কৰিবলৈ যোৱা বনুৱাবিলাকৰ আপোন মানুহ।

এওঁবিলাক সাধাৰণ বনুৱাতকৈ বুদ্ধিয়ক আৰু টেঙৰ। এওঁবিলাকক কাম কৰাওঁতে, মনত ৰখা উচিত যে বুদ্ধি থকা আৰু দহ ঠাইৰ দহোটা কথা জনা বনুৱাক কামত লগোৱা হৈছে। তেওঁবিলাকৰ বুদ্ধিতকৈ, ওপৰ আৰু ভাল বুদ্ধি থকা ওপৰৱালাক বা মানুহক এওঁবিলাকে শ্ৰদ্ধা আৰু বিশ্বাস কৰে। অৱশ্যে তেওঁবিলাকক বুজাব লাগিব, তেওঁবিলাকৰ লগত কোনো টেঙৰালি বা বেয়া আচৰণ কৰা হোৱা নাই।

আন বিলাক, যিবিলাক জাত আৰ্য্যৰ নিম্ন শ্ৰেণীৰ আৰু আৰ্য্য-অনাৰ্য্যৰ তেজ মিহলি হৈ উদ্ভৱ হোৱা, তেওঁবিলাকে আদিতে ভৈয়ামৰ গাওঁবিলাকত খেতিয়ক হলেও, পাচত ধনী ব্যৱসায়ীৰ গৰাহত পৰি আৰু নিজৰ পইচা পৰিমিত কৈ খৰচ কৰিব নজনাত, দুখীয়া হৈ, ধনী মানুহৰ ঘৰত প্ৰায়ে বনুৱা হৈ কাম কৰি পেট প্ৰৱৰ্ত্তাইছিল। [redacted]।

এই মানুহবিলাক চলাওঁতে আৰু কাম কৰাওঁতে, তেওবিলাকক বেলেগ বেলেগ ধৰণে ব্যৱহাৰ কৰিব লগীয়া হয়। অৱশ্যে দুই-চাৰি জন তেওঁবিলাকৰ বুঢ়া বা বয়সীয়াল মানুহক বিশ্বাসৰ ভিতৰত সুমুৱাই ল'ব পাৰিলে, তেতিয়া তেওঁ-বিলাকক চলাবলৈ উজু হৈ পৰে।

কেইবা পুৰুষো অসমত থকা সকলো বনুৱাৰেই স্বভাৱ এতিয়া বদলিছে। আমাৰ গাৱঁৰ খেতিয়ক সকলৰ দৰেই, আজিকালি তেওঁবিলাকৰ স্বভাৱে গঢ় লৈছে।

পুৰণি বনুৱাবিলাক, বিশেষকৈ বাগানৰ পৰা ওলাই গাওঁপাতি থকা বনুৱা-বিলাকক, মাতে-কথাই, চলনে-ফুৰণে, পিন্ধনে-উৰণে অসমীয়া বুলি ন'কৈ নোৱাঁৰি। কেৱল, চেহেৰাতহে তেওঁবিলাক যে বাগিচাৰ বনুৱাৰ সতি-সন্ততি বুলি ক'ব পাৰি। এওঁবিলাকৰ বহুতেই গায়ন-বায়ন শিকি ভাওনা কৰিছে,



নাম-কীৰ্ত্তন কৰে, হুচৰি আৰু বিহু গায়। **বহুতেই আজিকালি** সত্ৰ বিলাকত 'শৰণ' লৈছে।

## মদ, লাওপানী, ইলিঁ, মধু, চাৱাপ

এই আদিম জাতিৰ বনুৱাবিলাকৰ বিশ্বাস,—দেৱতাই মানুহক স্ৰজন কৰোঁতেই মহুৱাৰ ফুল, খাজুৰৰ ৰস ( Toddy ), কুঁহিয়াৰৰ ৰস ( গুৰ ) আৰু কিছুমান হাবিৰ লতা-আলুৰ পৰা মদ কৰিবলৈ আৰু খাবলৈ শিকালে বাবেই এওঁবিলাকে দেও-পূজা বিলাকত, কুকুৰা গাহঁৰি বলি দিয়াৰ লগতে মদো দেৱতাৰ পূজাত দিয়ে। বিলাতী মদ আৰু মহলত বিক্ৰী কৰা মদক এওঁবিলাকে "চেৰাপ" কয়।

আদিম জাতৰ মানুহবিলাকে মদক ইমান ভাল পায় যে ন-কৈ জন্ম হোৱা কেচুৱাকো জয়ে জয়ে কিছুমানে মদ চেলেকায়। এওঁবিলাকে মদক জাতে জাতে লাওপানী, ইলি, মধু বুলি কয়।

## ধৰ্ম্ম

আগতে কৈ অহা হৈছে আদিম জাতৰ ধৰ্ম্ম দেও পূজা প্ৰধান। সময়ৰ লগে লগে, আৰ্য্যৰ হিন্দু ধৰ্ম্ম তেওঁবিলাকৰ মাজত কম বেছি সোমাই পৰিল। এই দৰেই, অতি পুৰণি কালতে আদিম জাতবিলাকৰ কিছুমান পূজা-পদ্ধতি আৰ্য্য-সকলৰ দেৱ-দেৱীৰ পূজাত সোমাল বুলি জাতি তত্ত্বৰ পণ্ডিতসকলে কয়। কুৰি শতিকাত ভাৰতৰ বিভিন্ন ঠাইত প্ৰচাৰ কৰি ফুৰা পাদুৰীসকলৰ পৰা বহুতে খ্ৰীষ্টিয়ান ধৰ্ম্ম লয়।

জোলাজাত বা কৈফদৰ বনুৱা, চাহ বাগানবিলাকত পোৱা যায়। এওঁ-বিলাকক বিহাৰ আৰু উত্তৰ প্ৰদেশৰ মানুহ বুলি জনা যায়। এও বিলাকৰ চাল-চলন, আনবিলাক বনুৱাৰ দৰেই।

## অসমীয়া ভাষা

এইখিনিতে, এটা কথা ক'ব পাৰি যে কোল ভাষা আৰু দ্ৰাবিড়ী ভাষাৰ পৰা ওলোৱা হৰেক ৰকমৰ ভাষা কোৱা, বেলেগ বেলেগ ঠাইৰ পৰা অসমৰ চাহ বাগিচালৈ অহা, আদিম জাতৰ মানুহবিলাকে, ইটো জাতৰ মানুহে, সিটো জাতৰ কথা নুবুজে, আৰু গতিকে, তেওঁবিলাকে নিজ নিজ ভাষাত কথা পাতিব নোৱাৰে।

এই বনুৰাসকলে, বাগিচাৰ ওচৰত থকা হাটে-বজাৰে, আৰু বাগিচাত থকা আন আন মানুহৰ পৰা "অসমীয়া ভাষা" শিকি "ভগা অসমীয়া ভাষাৰে" হ'লেও বেগেতে ইটো জাতে সিটো জাতে কথা পাতিব পৰা হয়; ঠিক যেন আমাৰ নগা ভাই সকলে, ইটো ফৈদৰ লগত সিটো ফৈদে, অসমীয়া ভাষাত, কথা পতাৰ দৰে। কিন্তু এওঁবিলাকে, এবছৰ দুবছৰওে জল-জলিয়াকৈ শুধ "অসমীয়া ভাষাত" কথা ক'ব পৰা হয়। এওঁবিলাকে কয়, অসমীয়া ভাষা শিকিবলৈ উজু।

ভাষাটোৰ লগতে, অসমীয়া দয়-দস্তুৰ বিলাক শিকি, এওঁবিলাক, আমাৰেই এতিয়া এটা প্ৰধান অঙ্গ হৈ পৰিছে। আমিও তেওঁবিলাকক আজি আমাৰেই ককাই-ভাই বুলি সাবটি লৈছোঁ।

—শেষ—

## "চাহ-বাগিচাৰ বনুৰা"

### ভুল শুধৰণী।

| পিঠি | শাৰী | ভুল | শুধ |
|---|---|---|---|
| নিবেদন— | ৩ | আভাষ | আভাস |
| /০ | ৮ | বাগিছা | বাগিচা |
| " | ১১ | বাগিছা | বাগিচা |
| " | ১২ | বাগিছা | বাগিচা |
| " | ১৮ | বাগিছা | বাগিচা |
| ৶০ | ২ | বাগিছাৰ | বাগিচাৰ |
| " | ৩ | বাগিছাৰ | বাগিচাৰ |
| " | ৯ | বাগিছা | বাগিচা |
| ৮ | ২৪ | জমিদাৰসকলে | জমিদাৰসকলক |
| ১০ | ৯ | বনুৰা | বণুৰা |
| ১০ | ২৪ | বিদেশলৈ | বিশেষকৈ |
| ১১ | ৮ | সিহঁতে | তেওঁবিলাকে |
| ১১ | ১০ | সিহঁতৰ | তেওঁবিলাকৰ |
| ১১ | ১৮ | সিহঁতক | তেওঁবিলাকক |
| ১১ | ২০ | সিহঁতৰ | তেওঁবিলাকৰ |
| ১১ | ২০ | সিহঁতে | তেওঁবিলাকে |
| ১১ | ২১ | সিহঁতৰ | তেওঁবিলাকৰ |
| ১১ | ২২ | সিহঁতে | তেওঁবিলাকে |
| ১৪ | ৮ | ভাৰতৰ | বাগিচাৰ |
| ১৯ | ৩ | চাওৰাবিলাক | চাওৰাবিলাকে |
| ২০ | ২০ | বলীয়া | বলিয়া |
| ২৫ | ১৬ | ভাষালৈ | ভাষাটো |
| ২৬ | ৭ | কাকছ | কাছক |
| ২৮ | ২১ | ডেম্‌বা | ডেম্‌টা (Demta) |

| পিঠি | শাৰী | ভুল | শুদ্ধ |
|---|---|---|---|
| ৩০ | ১২ | বাপেকে | বাপেকক |
| ৩১ | ২৫ | বৈৱাহীক | বৈৱাহিক |
| ৩২ | ৫ | উৰষ্যা | উৰিষ্যা |
| ৩৫ | ২২ | খোজা-কঢ়া | খোজা বঢ়া |
| ৩৭ | ৫ | খণ্ডত | এই খণ্ডত |
| ৩৭ | ২৮ | ময়ুৰ-ভক্তৰ | ময়ুৰ-ভঞ্জৰ |
| ৩৮ | ১৯ | ঘৰোয়াল | ঘৰোয়ালি |
| ৩৮ | ২৭ | বলী | বলি |
| ৩৯ | ২১ | ৰাচ্ছী | ৰাছি |
| ৩৯ | ২২ | ৰাচ্ছাৰ | ৰাছিৰ |
| ৩৯ | ২৩ | মাৰোৱাৰ | খাৰোৱাৰ |
| ৪০ | ১৮ | াইতঠবিয়পি | ঠাইত বিয়পি |
| ৪০ | ১৯ | চাইৰাদা | চাইবাছা |
| ৪১ | ২১ | মৰা | মাঘ |
| ৪৩ | ১৩ | চাকৰাচ | চাকৰাট |
| ৪৩ | ১৪ | গোসাইচিম | জোনাইচিম |
| ৪৪ | ১২ | মানুহৰ | মানুহক |
| ৫৩ | ১১ | অন্যায় | আখ্যান |
| ৫৪ | ২৩ | তাক | তাইক |
| ৫৮ | ১২ | ইহঁত | এওঁবিলাক |

